# স্বৰ্গদেও প্ৰতাপসিংহ

[ বুৰঞ্জীমূলক নাটক ]

শ্ৰীশৈলধৰ ৰাজখোৱা, বি-এ

প্ৰণীত



প্ৰকাশক :
শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল
লয়াৰ্চ্ছ বুক ষ্টল
গুৱাহাটী, অসম

দ্বিতীয় তাঙ্গৰণ :
চেপ্তেম্বৰ, ১৯৬৮

মূল্য : ৩·০০ মাত্ৰ

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-

# পাতনি

'স্বৰ্গদেও প্ৰতাপসিংহ' বৰ্ত্তমান যুগত ৰচনা কৰা নাটক নহয়। ইং ১৯২৬ চনত কৰ্ম্মোপলক্ষে শিৱসাগৰত থকা কালত শিৱসাগৰ নাট্য-সমাজৰ ডেকাসকলে বুৰঞ্জীমূলক নাটক এখন লেখি দিব লাগে বুলি ধৰাত তেতিয়াই এই নাটকখন ৰচনা কৰি তেখেতসকলৰ হাতত দিলোঁ। শিৱসাগৰ নাটমন্দিৰত তিনিবাৰ এই নাটকখনৰ অভিনয় হৈছিল। কেবছৰমানৰ পিছত চতুৰ্থ বছৰৰ 'আৱাহন' কাকতত নাটকখন খণ্ড-খণ্ডকৈ প্ৰকাশ কৰা হৈছিল। তাৰ পিছত গুৱাহাটীৰ ল' কলেজত আৰু তিনচুকীয়া আদি ঠাইতো ইয়াৰ অভিনয় হৈছিল। ইং ১৯২৬ চনৰ নাটক বৰ্ত্তমান যুগৰ নাটনন্দিৰৰ উপযোগী হবনে নহয় নাটমন্দিৰৰ গুৰিয়াল সকলেহে জানে। তথাপি অসমীয়াৰ অতীত গৌৰৱ-কাহিনীয়ে বৰ্ত্তমান স্বাধীন যুগৰ পাঠক-পাঠিকা সকলক উৎসাহিত কৰিব বুলি আশা কৰি নাটকখন প্ৰকাশ কৰিলোঁ।

'আৱাহন'ত ছপা হোৱাৰ পিছত কোনো কোনো পাঠক-পাঠিকাই আমাক কৈছিল, "আপুনি আখেক গোহাঁইক মাৰিলে কিয়? নাটক-খনৰ বাকী অংশ আৰু আমাৰ পঢ়িবৰ মন নোযোৱা হ'ল।" মই কলোঁ, "তাৰ বাবে মই দায়ী নহওঁ, বুৰঞ্জীহে দায়ী। সুন্দৰ গোহাঁই, আখেক গোহাঁই, আৰু সেই সময়ৰ বুঢ়াগোহাঁই ডাঙৰীয়াকে আদি কৰি আহোম বীৰসকলক বুৰঞ্জীয়েই অকাল-মৃত্যুৰ মুখত পেলাই থৈ গৈছে। আমি ইচ্ছা কৰিলেও তেখেত সকলক জীয়াব নোৱাৰো।" তথাপি পাঠক-পাঠিকাসকলে যেন মনত ৰাখে যে 'স্বৰ্গদেও প্ৰতাপসিংহ' বুৰঞ্জীমূলক নাটক যদিও, ই নাটকহে; বুৰঞ্জী নহয়। নাটকখনৰ

মূল বিষয়বস্তু গোট চাহাবৰ অসম বুৰঞ্জী আৰু দুখনমান পুৰণি হাতেলিখা অসম বুৰঞ্জীৰপৰা লোৱা হৈছে যদিও, নাট্যকলাৰ অনুৰোধত ঠায়ে ঠায়ে বুৰঞ্জীৰপৰা আঁতৰি যাবলগা হৈছে যদি তাৰ বাবে যেন দোষ-দায় নধৰে।

মোৰ 'ৰণজিৎ সিংহ', 'দেৱযানী', 'মনৰ মানুহ' আৰু 'শকুন্তলা' নামে আৰু চাৰিখন নাটক হাতেলিখা অৱস্থাতে বহু বছৰ বাগৰি ফুৰিছে। প্ৰথমখন লিখা হৈছিল ইং ১৯১৫ চনত ডিব্ৰুগড়ত প্ৰথমবাৰ বহা অসম ছাত্ৰ সম্মিলন উপলক্ষে অভিনয় কৰিবলৈ; আৰু বাকী তিনিখন লিখা হৈছিল শিৱসাগৰ নাট্যসমাজৰ ডেকাসকলৰ অনুৰোধত। শিৱসাগৰ নাটমন্দিৰত এই চাৰিখন নাটকৰে সময়ে সময়ে অভিনয় হৈছিল। বৰ্ত্তমান ছপাহোৱা 'স্বৰ্গদেও প্ৰতাপসিংহ' নাটকখন পাঠক-পাঠিকাসকলে চেনেহৰ চকুৰে চোৱা যেন দেখিলে বাকী কেখনো ছপাবলৈ যত্ন কৰিম।

চানেকী কাকতসোপা চাই দিছিল, মোৰ ল'ৰা-ছোৱালী শ্ৰীমান শশীধৰ ৰাজখোৱাই আৰু শ্ৰীমতী বনমালা আইদেৱে। চকুত নপৰাত মাজে মাজে দুটি এটি ছপাৰ ভুল বৈ গল। নাটকখন জীয়াই থাকে যদি আগলৈ সেইবিলাক শুধৰাই দিয়া হব।

ইং ১৬ এপ্ৰিল
১৯৫৩ চন

শৈলধৰ ৰাজখোৱা

## —ভাৱৰীয়াসকল—

### ( পুৰুষ )

প্ৰতাপসিংহ—সৌমাৰ-পতি।

বুঢ়াগোহাঁই, বৰগোহাঁই—মন্ত্ৰীসকল।

আখেক গোহাঁই—এজন আহোম সেনাপতি।

লাঙ্গি—ৰজাৰ চোৰাংচোৱা ( পিছত বৰফুকন )।

সদানন্দ—কোচ ৰজাৰ পুৰোহিত।

কাচিম খাঁ—বঙ্গলাৰ নবাব।

সত্ৰাজিৎ—নবাবৰ তলতীয়া এজন হিন্দু ৰজা।
( পিছত পাণ্ডুৰ থানাদাৰ )

মিঞাচাহাব—নবাবৰ অনুগৃহীত লগৰীয়া।

চৈয়দ হাকিম—জাহাঙ্গীৰ বাদছাৰ সেনাপতি।

চৈয়দ আবাকাৰ—ঐ সহকাৰী সেনাপতি।

মহাব্বৎ খাঁ—বাদছাৰ ঘাই সেনাপতি।

ইচ্‌মাইল, কৰিম বক্স আৰু আবদুল্লা—মুছলমানৰ পৰীয়া চিপাহী।

ৰাতিৰাম, ভলক—অসমীয়া পৰীয়া চিপাহী।

চেংধৰা—কছাৰী ৰজাৰ চোৰাংচোৱা।

জোনাব খাঁ—মুছলমান হাবিলদাৰ।

গোবিন্দ—এজন বিদ্ৰোহী অসমীয়া জমিদাৰ।

চিকণ—( ছদ্মবেশী ৰূপহী )

৩টা গৰখীয়া ল'ৰা, তুৰৰী, কটকী, সৈন্যসকল ইত্যাদি।

( তিৰোতা )

মঙ্গলময়ী—কোচ ৰাজকন্যা, প্ৰতাপসিংহৰ কুঁৱৰী।

পদুমী—ঐ সখী।

ৰূপহী—আখেক গোহাঁইৰ ঘৈণীযেক।

কমলা—সত্ৰাজিতৰ ঘৈণীযেক।

নাচনী, সন্ন্যাসিনীসকল, ইত্যাদি।



# স্বৰ্গদেও প্ৰতাপসিংহ

( বুৰঞ্জীমূলক নাটক )

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য—ৰাজ আলি

( লাঙ্গি সোমাই আছে )

লাঙ্গি—কাম কৰিব চোৰাংচোৰাই, নাম হবগৈ আকৌ তেওঁবিলাকৰ! জয়ন্তীয়াপুৰৰ পৰা কতনো বুদ্ধি-ভাৰসা দি কছাৰীক ৰণত ঘটুৱাই জয়ন্তীয়া কুঁৱৰীক নিৰাপদে আনি ৰজাক শোধালোহি মই, নামটো হ'ল গৈ আকৌ আখেক গোঁহাইৰ! কাৰণ, সি হৈছে এটা সেনাপতি, আৰু মই হৈছোঁ এটা ফটুৱাই ফটা চোৰাংচোৰা! সিনো কাৰ জহত নামটো কৰিবলৈ পালে ৰজায়ো ভাবি নাচায় নহয়! সৌমখা কছাৰী এতিয়া নামবৰ হাবিতে লুকাই আছে! সিহঁতে মোৰ চকুত কি ধূলি মাৰিব? এতিয়া যদি এই বাতৰি মই নিদিওঁ গৈ, তেন্তে আখেক বা তাৰ বাপেক সুন্দৰ গোঁহাইৰ ৰহা-ৰক্ষা কৰিবৰ

ক্ষমতা হবনে? নহয়, এনেকৈ পোন পটিৱে চলিলে মই আৰু উধাব নোৱাৰো; ৰজায়ো মোক চিনি নাপাব।

( ভাবে )

( বাটৰুৱা বেশেৰে চেংধৰা সোমাই আহি লাঙ্গিৰ আগেদি যায়। )

লাঙ্গি—সেইটো কোন অ'? মোৰ ছাঁটো গছকি যাবৰ তই কোন? নিচেই পৰি-মৰা যেন দেখিলি হবলা?

চেংধৰা—এ, নেদেখিলোঁ দেও, বেয়া নাপাবা।

লাঙ্গি—নেদেখিবি তো! বৰুৱা-ফুকন এটা হোৱা হলেহে দেখিলি-হেতেন! লাঙ্গি চোৰাংচোৱাক কেনেকৈ দেখিবি?

চেংধৰা—অ', আপুনিয়েই লাঙ্গি চোৰাংচোৱা নে কি?

লাঙ্গি—তইনো কোন বুলি ভাবিছিলি? মনেৰে লগুৱা লিক্চৌ এটা বুলি ধৰি লৈছিলি, নহয় বাৰু?

চেংধৰা—ইঃ! তেনে কথা কিয় কয়? আপোনাক নজনা মানুহ কোন আছে? পাছে, আপুনি ছদ্মবেশেৰে থাকিলে কাৰ সাধ্য আপোনাক চিনি পাব! আপোনাৰ নিচিনা বুধিয়ক মানুহ এজনে বৰুৱা-ফুকন হওঁ বুলিলেনো হবলৈ কেনে পৰ?

লাঙ্গি—হওক তেও বোপাই! তয়ে মোক অলপ চিনিছ! চাচোন, একৰকমে চাবলৈ গলে মোৰ বুদ্ধিৰ বলতে ৰাজ্যখন চলিছে; তেও ৰজাই আকৌ আমাক চিনিকে নাপায়!

চেংধৰা—আপুনি চিনাকি দিলেহে চিনি পাব। আপুনি জানো চিনাকি দিবলৈ কেতিয়াবা মন কৰিছে?

লাঙ্গি—আৰুনো কেনেকৈ চিনাকি দিবি বাৰু? ৰাতিয়েদিনে ঘূৰি-ফুৰি সেনাপতিসকলক বাতৰি যোগাওঁতে ভৰিৰ এছাল গ'ল। তথাপি আমাৰ নামেই নাই।

চেংধৰা—এঃ, আপুনি তেনেকুৱা হোলোংপটিৰ মানুহ হলে কেনেকৈ চিনাকি দিব? বুদ্ধি থাকিলেই নহয়; বুদ্ধিটো চেগ চাই কামত খটাব লাগে।

লাঙ্গি—এৰা, তোৰ কথাষাৰ হলে মনত লাগি যাব লগা। তইনো কোন, তোৰ কি নাম অ' পায়?

চেংধৰা—মই কম বাৰু। হাজাৰো হওক, কপালীৰ কপালখন কোনে কাঢ়ি নিব পাৰে? নহলেনো দেশত অতবোৰ মানুহ থাকোতে আপোনাৰ ওচৰলৈহে মোক পঠাব পায়নে? তাকেহে ভাবিছোঁ, বোলো যাৰ কপালত ৰাজভোগ আছে, তেওঁ যেনে হলেও উধাব।

লাঙ্গি—হেৰ, তোৰ কথাবোৰ দেখোন কিবা পাক-লগা! তোকনো মোৰ ওচৰলৈ কোনে পঠালে?

চেংধৰা—তাকে কওঁ বুলিয়েইতো আহিছোঁ। পাছে ইয়াত কবলৈ সুবিধা হব জানো? কোনোবাই শুনিব লাগিলে আকৌ সৰ্ব্বনাশ! হওঁতে আপোনাৰ নিচিনা···

লাঙ্গি—তোৰ পাতনিখন থ, কি কবলৈ আছে খৰকৈ ক, ইয়াত কোনো নাই।

চেংধৰা—কওঁ বাৰু। ( ইফালে-সিফালে চাই ) আমাৰ সেনাপতি ভীমদৰ্পই মোক আপোনাৰ ওচৰলৈ পঠাইছে।

লাঙ্গি—তই তেনেহলে কছাৰীৰ চোৰাংচোৱা! হৰি! হৰি! তই লাঙ্গি চোৰাংচোৱাৰ চকুতো ধূলি মাৰিলি? গায়ে-গোটে, কথাই-বতৰাই, ভাবে-ভাষাই তই গোটেইটো লাঙ্গে লাঙ্গে আহোমটো! তোক কোনে কছাৰী বুলি ধৰিব?

চেংধৰা—এ, আপোনাৰ ওচৰতনো মই কি কুটা। আপুনি ভালকৈ মন কৰা নাছিল হবলা!

লাঙ্গি—পিছে তোক মোৰ ওচৰলৈ পঠোৱা সকাম ?

চেংধৰা—সেনাপতিয়ে কৈ পঠাইছে, আপুনি যদি কোনো উপায়েৰে আখেক গোঁহাইক সসৈন্যে ৰহাৰ পৰা আঁতৰাই পঠাই আমাক ৰহা অধিকাৰ কৰিবলৈ সুবিধা কৰি দিব পাৰে, তেন্তে এহেজাৰ সোণৰ মোহৰ পুৰস্কাৰ পাব।

লাঙ্গি—( মনত ) এহেজাৰ সোণৰ মোহৰ! যক ৰহা কছাৰীৰ হাতলৈ! মোৰ কি লোকছান? ভালেই হল, আখেকৰো এইবাৰ অহঙ্কাৰ চূৰ্ণ কৰিব পৰা হব। ( ফুটাই ) তোৰ কথাৰ বিশ্বাস কি ?

চেংধৰা—আপুনি মান্তি হৈছোঁ বুলি গাত ললে আমাৰ সেনাপতিয়ে এশ মোহৰ আগধন দিবলৈ কৈ পঠাইছে।

লাঙ্গি—বাৰু, দে এশ মোহৰ।

চেংধৰা—আপুনি তেনেহলে মান্তি হৈছে ?

লাঙ্গি—নহলেনো খোজোঁনে ? মোৰ কাম মই কৰিম। পিছে, মনত ৰাখিবি দেই—মোক ভুৱা দিব লাগিলে হলে তয়ো সুদাই নাসাৰ।

চেংধৰা—আপুনি চিন্তাই নকৰিব। আপোনাক চিনি পাবলৈনো আৰু মোৰ বাকী আছেনে ? ধৰক এয়া মোহৰ। ( মোহৰ দিয়ে ) পিছে এটা কথা, মোলৈ আকৌ নাপাহৰিব দেই !

লাঙ্গি—( মোহৰ দেখি ) বাৰু নাপাহৰোঁ। সুকলমে কাম সমাধা হলে তয়ো এভাগ পাবি। আৰু এটা কথা মন কৰিছনে ? কাইলৈ আখেকক পঠাই দিলে তহঁতৰ সেনাপতি ভীমদৰ্প নে অৰ্জ্জুনদৰ্প ই ৰাতি মনে মনে ৰহা আক্ৰমণ কৰিবলৈ আহিব নহয় জানো ? এই বাতৰি যদি মই আগেয়ে সুন্দৰ গোঁহাইক দি থওঁ, তহঁতে ৰহা লব পাৰিবি জানো ?

চেংধৰা—আপুনি বাতৰি নিদিয়েগৈ বুলিহে ভাবিছোঁ!

লাঙ্গি—অকল ভাবিলেই তো নহব। তাৰ বাবেও এটা বন্দবস্ত কৰ আকৌ।

চেংধৰা—তাৰ বাবে আৰু এহেজাৰ সোণৰ মোহৰ পাব। মই সেনাপতিক কমগৈ।

লাঙ্গি—তেনেহলে কাইলৈ আখেকক আঁতৰাই পঠোৱা মাত্রে এই দুহেজাৰ মোহৰ একেবাৰে দিব লাগিব; নহলে কাম পণ্ড হব জানিবি।

চেংধৰা—ভাল সেয়ে হব। মই এতিয়া আহোঁহে।

( চেংধৰা ওলাই যায় )

লাঙ্গি—'মান্তি হৈছোঁ' এই এষাৰ কথাৰ দাম এই এশ মোহৰ! ইয়াৰ পিছত আৰু দুটামান কথা খৰচ কৰিলে এহেজাৰ মোহৰ! তাৰ পিচত বাতৰি নিদিয়াকৈ বহি থাকিলে আৰু এহেজাৰ মোহৰ! মিছা নহয়,—কপালীৰ কপালখন কোনে কাঢ়ি নিব পাৰে? আজি ভালেমান দিন ৰূপহীক নেদেখি আখেকৰ মন থৌকি-বাথৌকি লাগিছে। তেওঁক ঘৰলৈ পঠাই দিবলৈ সৰহ কথা খৰচ কৰিব নালাগিব। অ' সোৱা, নাম লওঁতেই ওলালহি। পাৰোঁ যদি এতিয়াই কামটো সমাধা কৰি থওঁ।

( আখেক গোঁহাই সোমাই আহে। লাঙ্গিয়ে প্ৰণাম কৰে। )

আখেক—চোৰাংচোৱা! তুমি ক'ৰপৰা আহিলা? কছাৰীৰ কিবা সংবাদ পালানে?

লাঙ্গি—নাই গোঁহাইদেউ! হাবিয়ে-বননিয়ে বিচাৰি পাত পাত কৰিলোঁ, দুদিনৰ বাটলৈকে কছাৰীৰ নাম-গোন্ধকে পাবলৈ নাই। আজি শুনিলো সিহঁত বোলে মাইবঙলৈ উলটি গ'লগৈ।

আখেক—ৰহা, তেনেহলে এতিয়া নিৰাপদ ?

লাঙ্গি—মোৰ মনেৰে সম্পূৰ্ণ নিৰাপদ গোঁহাই-দেউ! আমি মিছাতে ইয়াত খপি মৰিছোঁ।

আখেক—ৰহা নিৰাপদ যেন বুজিলে স্বৰ্গদেৱে মোক দিখৌমুখলৈ উলটিবলৈ কৈছিল। মই তেনেহলে যাবগৈয়ে পাৰোঁ দেখোন।

লাঙ্গি—আপুনি অনায়াসে যাব পাৰে গোঁহাইদেউ! কছাৰী মাটিৰ তলত সোমাই থকা হলেও মই গম পালোঁহেতেন। গোঁহাই-দেউ দিখৌমুখ পালে এবাৰ গৈ আইদেউকো দেখা দি আহিব পাৰে দেখোন। ন-ছোৱালী, চিন্তা কৰি আছে চাগৈ দেহি!

আখেক—যাম লাঙ্গি! এদিন গড়গাওঁলৈ গৈ তেওঁকো দিখৌমুখলৈকে লৈ আহিমগৈ। তোমালোকে সাৱধানে থাকিবা। কছাৰীৰ কিবা সংবাদ পালে পিতাদেউক তৎক্ষণাৎ জনাবা।

লাঙ্গি—সেইটো নো কব লাগিছেনে গোঁহাইদেউ! মই থাকোঁতে একো চিন্তাই নকৰিব।

আখেক—বাৰু, পিতাদেউৰ অনুমতি লৈ মই যাবলৈ ওলাওঁগৈ। মোৰ দুহেজাৰ সৈন্য মোৰ লগতে যাব। আজি নিশা কছাৰীৰ কিবা বাতৰি পালে মোক তৎক্ষণাৎ জনাবা।

লাঙ্গি—ভাল গোঁহাইদেউ।

( আখেক যায়গৈ )

লাঙ্গি—সেইয়া! এহেজাৰ মোহৰৰ দিহাটো হলেই। বাকী এহেজাৰৰ বাবে কাইলৈ দিনটো শুই থাকিলেই হব।

( যায়গৈ )

## দ্বিতীয় দৃশ্য—কাৰেঙৰ সমুখৰ আলি

( বৰাগী বেশেৰে বীণ বজাই গীত গাই সদানন্দ সোমাই আহে )

গীত

সদানন্দ—

অসম অসম　　　　সোণৰ অসম
বীৰ প্ৰসবিনী চেনেহী আই,
শ্যামল বৰণী　　　　তুমি গিৰি ৰাণী
সৰগতো তোমাৰ তুলনা নাই।
প্ৰকৃতি জীয়াৰী　　　　মুনি মনোহাৰী
তুমি পৰাধীনা নোহোৱা আই,
শোভিছে শিৰতে　　　　অক্ষয় কিৰিটী,
ৰাজৰাজেশ্বৰী অসমা আই।
গিৰি নিৰ্ঝৰিণী　　　　গালে নিচুকনি
শুলে অসমীয়া চেতনা নাই,
উঠা বীৰ নাৰী　　　　অসম কুৰঁৰী
বজোৱা শিঙ্গা জগোৱা আই।
শুনোৱা জননী　　　　চিলাৰায় কাহিনী
বাণ-ভগদত্তৰ কথা বিনাই,
গোৱা গিৰি ৰাণী　　উষা আইৰ কাহিনী
উঠক অসমীয়া চেতনা পাই।
( ভলক সোমাই আহে )

ভলক—এই বল।

সদানন্দ—কোন তই? কলৈ যাব লাগে?

ভলক—মোৰ লগত যাব লাগে।

সদানন্দ—কিয় ?

ভলক—পৰ্ব্বতখন যে থিয় ?

সদানন্দ—হেৰ, বুঢ়া মানুহক তেনেকৈ পেংলাই কৰিব পায় জানো ?

ভলক—কি পেংলাই কৰিছোঁ ? আদেশ পাইছোঁ, আহিছোঁ !

সদানন্দ—কাৰ আদেশ, কʼলৈ যাব লাগে নকৱ কিয় ?

ভলক—অ, সেইষাৰ কব লাগে ? আদেশ হৈছে কুৱঁৰীৰ, সম্প্ৰতি যাব লাগে কুৱঁৰীৰ বুলনিলৈ। তাৰ পিছত ইয়াত কোঢ়াল কৰাৰ বাবে জেৰেঙ্গালৈ। গম পালি এতিয়া ?

সদানন্দ—বাৰু পাইছোঁ। বল যাওঁ।

( দুয়ো ওলাই যায়। )

**( পট পৰিবৰ্ত্তন ) কুৱঁৰীৰ বুলনি**

( দুয়ো আকৌ সোমাই আহে। )

ভলক—তই ইয়াতে অলপ ৰ। মই বাতৰি দিওঁগৈ।

সদানন্দ—বাৰু যা।

ভলক—( দোখোজমান গৈ উলটি চাই ) পলাবি নেকি আকৌ ?

সদানন্দ—নপলাওঁ, তই যা।

( ভলক যায়গৈ। )

সদানন্দ—ৰাজলক্ষ্মী ! কোচৰাজ্য এৰি, যিদিনা আহিলা তুমি,
সিদিনাৰ পৰা, অমঙ্গল ৰাজ্যত আমাৰ।
সিদিনাৰ পৰা ছিন্ন-ভিন্ন ৰাজশক্তি গৃহকন্দলত !
বৰ আশা কৰি চাপিছোঁহি কাষ আজি !
নহবনে শুভদৃষ্টি পিতৃ-ৰাজ্য লই ?

( পদুমী সোমাই আহে। )

পদুমী—বৰাগী ! আইকুৱঁৰীয়ে তোমাৰ গীতটি শুনিবৰ মন কৰে। ইয়াতে আকৌ এবাৰ গোৱা।

সদানন্দ—বাৰু আই, কোনজনা কুঁৱৰীৰ বা আদেশ?

পতুমী—আমাৰ কামৰূপৰ আইদেউৰ আদেশ।

(পতুমী যায়গৈ।)

সদানন্দ—(বীণ বজাই গীতটো আকৌ গায়। কুঁৱৰী মঙ্গলময়ী সোমাই আহে।)

কুঁৱৰী—কোন তুমি ছদ্মবেশী?
সঙ্গীতৰ মোহিনী সুৰেৰে,
পূৰ্ব্বজন্ম সোঁৱৰণী যেন,
কত কথা জগালা প্ৰাণত! কোৱা, কোন তুমি?
যদিও বা শক্তিহীনা নাৰী,
অসম কুঁৱৰী মই,
পাবা তুমি যোগ্য পুৰস্কাৰ।

সদানন্দ—মাতৃ!
ভিখাৰী বৰাগী মই কামৰূপবাসী।
তুমি দেৱী সৌভাগ্যৰ উচ্চ আসনত,
সোমাৰৰ ৰাজৰাজেশ্বৰী।
তুমিয়েনে শক্তিহীনা নাৰী?
কিয় কৰা ছলনা জননী?

কুঁৱৰী—বৰাগী! নাজানা তুমি,
ৰাজৰাণী হই সহিছোঁ কি যাতনা প্ৰাণত!
কামৰূপবাসী তুমি শুনিছা নিশ্চয়,
স্বদেশৰ দুৰ্দ্দশাৰ কথা।
পিতা মোৰ বন্দী আজি শত্ৰুৰ হাতত;
মোগলৰ অস্ত্ৰৰ মুখত ছিন্ন-ভিন্ন পিতৃৰাজ্য।
নেদেখিলোঁ প্ৰতিকাৰ তাৰ।

সৌমাৰৰ ৰজা-প্ৰজা সকলো নীৰৱ ;
কি সাধ্য জগাম মই অসম প্ৰজাক ?

সদানন্দ—শক্তিস্বৰূপিনী তুমি
ৰাজলক্ষ্মী আহোম কুলৰ ! তুমি মাতৃ সজাগ যেতিয়া,
শোৱা নাই সৌমাৰৰ প্ৰজা।
ইচ্ছা যদি কৰা তুমি,
নোৱাৰানে পিতৃৰাজ্য কৰিব উদ্ধাৰ ?

কুঁৱৰী—নোহোৱা মানুহ তুমি !
ছদ্মবেশী দেৱতা নিশ্চয় !
নিৰাশাত ডুবি থকা মানস-পটত,
আঁকিলাহি আশাৰ ছবিটি !
কোৱা দেউ ! আছেনে উপায় কিবা
পিতৃৰাজ্য উদ্ধাৰৰ মোৰ ?

সদানন্দ—শুনা আই ! দিওঁ মই চিনাকি নিজৰ,
সদানন্দ নাম মোৰ পিতাৰৰ কুল-পুৰোহিত।
চেনেহৰ কামৰূপ মোৰ
ধ্বংস আজি শত্ৰুৰ হাতত।
আহিছোঁ লগত লৈ শেষ আশা বলি কোঁৱৰক।
দিয়া যদি আশ্ৰয় বলিক,
হব পাৰে কোচৰাজ্য উদ্ধাৰ পুনৰ।

কুঁৱৰী—দেউ ! জানিব প্ৰণাম মোৰ,
জনাব প্ৰণাম মোৰ দদাইদেউ বলি কোঁৱৰক।
নাপায় আশ্ৰয় তেওঁ
আহোম ৰাজ্যত। ক্ষত্ৰিয় সন্তান হই
প্ৰাণৰ ভয়ত, ত্যাগ কৰি ৰণভূমি,

কোন সতে আহিলে পলাই ? ছি ! ছি !
ৰাখিলে কলঙ্ক মোৰ পিতাৰ কুলত !
নাচাওঁ তেওঁৰ মুখ।

সদানন্দ—আই,
যি কুলত তোমাহেন নাৰীৰ জনম,
পাৰেনে জন্মিব তাত কাপুৰুষ তেনে ?
স্বদেশৰ উদ্ধাৰৰ হেতু
পিতাৰাৰ আজ্ঞাক্ৰমে ৰণভূমি এৰি,
লইছে আশ্ৰয় আহি তোমাৰ কাষত।
নিদিলে আশ্ৰয় তুমি সিংহৰ সন্তান,
উলটিব নিজ ৰাজ্যলই।
প্ৰাণ দিব অকলই সমুখ ৰণত।

কুৱঁৰী—দেউ ! পিতৃ-আজ্ঞা কৰিম পালন।
যথাসাধ্য কৰিম সহায়। যাওঁ মই,
অভ্যৰ্থনা হেতু কৰোঁ গই যথা আয়োজন।
আজি নিশা হীনবেশী
কোচ কোৱঁৰক, নোৱাৰোঁ কৰিব দেখা,
দেখা পাব কালি পুৱাতেই।

( যায়গৈ )

সদানন্দ—নহওঁ নিৰাশ।
তোমাহেন শক্তিময়ী নাৰী-নিশ্বাসত
যুগে যুগে পৃথিবীৰ উত্থান-পতন !
চাওঁ বাৰু শেষ ফল।

( যায়গৈ )

## তৃতীয় দৃশ্য—ৰজাৰ মন্ত্ৰণা ঘৰ

( প্ৰতাপসিংহ আৰু লাঙ্গি )

প্ৰতাপ—কি কলি চোৰাংচোৱা? কছাৰীয়ে ইমান সহজে আমাৰ সৈন্য ধ্বংস কৰি ৰহা অধিকাৰ কৰিলে! সেনাপতি সুন্দৰ আৰু আখেক গোঁহাইৰ সংবাদ কি?

লাঙ্গি—সুন্দৰ গোঁহাই ৰণত পৰিল স্বৰ্গদেউ! আখেক গোঁহাই আৰু তেওঁৰ সৈন্যবিলাক পুৱাৰে পৰা গড়ৰ ভিতৰত নাছিল। কলৈ গ'ল কবই নোৱাৰোঁ।

প্ৰতাপ—কি! আখেক গোঁহায়ে তেন্তে ৰণ কৰা নাছিল! আমি বুজিব পাৰিছোঁ, তহঁতৰ আওহেলাতে আমাৰ সৈন্য ধ্বংস হৈছে। তেহঁত এটাইবোৰ শুই আছিলি?

লাঙ্গি—বন্দী শোৱা নাছিলোঁ স্বৰ্গদেউ! বন্দীয়ে নিশা কছাৰী অহা গম পাই গড়ৰ ভিতৰত বাতৰি দিবলৈ গৈ দেখোঁ, তেনেই বেমেজালি! ৰণুৱাবোৰে ফটিকা খাই কোঢ়াল কৰি আছে। আখেক গোঁহাইক বিচাৰি নাপাই সুন্দৰ গোঁহাইক বাতৰি দিবলৈ যাওঁতে ইফালে কছাৰী পালেহিয়েই। সুন্দৰ গোঁহায়ে লৰালৰিকৈ কিছুমান ৰণুৱা লৈ ৰণ কৰি নিজে প্ৰাণ দিলে। বন্দীয়ে তেতিয়া উপাই নাপাই নিজেই এজাক ৰণুৱা লগত লৈ ৰণ দিলোঁগৈ। পিছে মই সেনাপতি নহওঁ দেখি মোক কোনেও নমনা হ'ল। আমাৰ মানুহ যেনিয়ে-তেনিয়ে পলাবলৈ ধৰাত কছাৰীয়ে অনায়াসে কোঠ অধিকাৰ কৰিলে। বন্দী কোনোমতেহে সাৰি আহিছোঁ।

প্ৰতাপ—কি আচৰিত! আহোম সেনাপতি ইমান উচ্ছৃঙ্খল! সেনাপতি জীয়াই থাকোঁতে চোৰাংচোৱাই অস্ত্ৰ ধৰিব লগা হ'ল!

চোৰাংচোৰা, চাওদাং বৰুৱাক আমাৰ আদেশ শুনাই কৰি, আখেকক য'তে পায় ত'ৰে পৰা বন্দী কৰি আনক।

লাঙ্গি—ভাল স্বৰ্গদেউ !

প্ৰতাপ—ৰহাত তই নিজে অস্ত্ৰ ধৰি কোঠ ৰক্ষা কৰিবলৈ চেষ্ট কৰা শুনি আমি বিশেষ সন্তোষ পাইছোঁ। পুৰস্কাৰস্বৰূপে তোক নেওগ ফুকন পতা হব।

লাঙ্গি—স্বৰ্গদেউৰ অনুগ্ৰহ !

প্ৰতাপ—তোৰ আৰু কিবা সংবাদ দিবলৈ আছেনে ?

লাঙ্গি—হৈছে স্বৰ্গদেউ ! নবাব কাচিম খাঁই কামৰূপ অধিকাৰ কৰি মহাৰাজ পৰীক্ষিতক বন্দী কৰি দিল্লীলৈ পঠাইছে। কোৱঁৰ বলিনাৰাৰায়ণ পলাই আহি আমাৰ কামৰূপীয়া আইকুৱঁৰীৰ আশ্ৰয় লৈছেহি।

প্ৰতাপ—মুছলমানে কামৰূপ অধিকাৰ কৰা সংবাদ আমি পাইছোঁ। কোৱঁৰ বলিনাৰায়ণ কেতিয়া আহিল ? কুৱঁৰীয়ে তেওঁক আশ্ৰয় দিছেনে ?

লাঙ্গি—আশ্ৰয় দিছে স্বৰ্গদেউ ! মই কালি নিশা আহি পাওঁতেই দুজন অচিনাকী মানুহ ছদ্মবেশেৰে ৰাজধানীত সোমোৱা দেখি মনে মনে পাছ ধৰি সকলো গম লৈ আহিলোঁ।

প্ৰতাপ—বুজিছোঁ। বাক, তই যা। বুঢ়াগোঁহাই ডাঙৰীয়াক 'আমাক ইয়াতে এবাৰ লগ ধৰিবলৈ কবি।

লাঙ্গি—ভাল স্বৰ্গদেউ। ( যায়গৈ )

প্ৰতাপ—( ভাবি ভাবি ) অসম্ভৱ ? কিয় অসম্ভৱ ?

ইমান দুৰ্ব্বল মই ?
জয় কৰি গোটেই ভাৰত,
বহিছে মোগল আজি দুৱাৰত মোৰ।

থাকোঁ যদি অপেক্ষি সময়,
ছল পালে অকস্মাৎ আক্ৰমণ কৰি,
কাঢ়ি লব জন্মভূমি মোৰ ! নোৱাৰে
সি কথা হব ! স্বাধীন অসম মোৰ,
চিৰকাল থাকিব স্বাধীন। নকৰোঁ
অপেক্ষা আৰু। কাঢ়ি লম কোচৰাজ্য।
পাৰ কৰি কৰতোৱা নবাবৰ সেনা,
তাৰ পিছে আন কাম। অসম্ভৱ
নেদেখোঁ ইয়াত। কতবাৰ মোগলে
পাঠানে, আক্ৰমিলে সোণৰ অসম,
পাৰিলেনে স্বাধীনতা কৰিব হৰণ ?
জনা আছে মোগলৰ অস্ত্ৰ শিক্ষা
অসম সেনাৰ। বুজিব ইবাৰ,
অসমৰ বাহুবল ৰণৰ কৌশল।
নকৰোঁ কছাৰী ৰণ। আগে মই
আক্ৰমিম প্ৰাগ্‌জ্যোতিষপুৰ।
দেশদ্ৰোহী মহাৰাজ লক্ষ্মীনাৰায়ণ
মোগলৰ আশ্ৰয় ভিখাৰী।
পাৰোঁ যদি সোঁৱৰাই জাতীয় গৌৰৱ
তেওঁৰেও মিত্ৰতা কৰিম।
( দুৱাৰ-মুখত মঙ্গলময়ী কুঁৱৰীয়ে দেখা দিয়ে। )

প্ৰতাপ—কোন ?

কুঁৱৰী—( ওলাই আহি ) পূৰ্ণিমাৰ জোন।

প্ৰতাপ—মোৰ হৃদয়াকাশৰ পূৰ্ণিমাৰ জোন ! অকস্মাৎ আন্ধাৰ মন্ত্ৰণা ঘৰ পোহৰালা কিয় ?

কুৱঁৰী—প্ৰয়োজন আছে।

প্ৰতাপ—কিবা প্ৰয়োজন ?

কুৱঁৰী—মোৰ এটা অনুৰোধ আছে।

প্ৰতাপ—আদেশ নে অনুৰোধ কুৱঁৰী ?

কুৱঁৰী—অসমৰ ভাগ্য-বিধাতাক আদেশ কৰিবৰ আমাৰ কি শক্তি ?

প্ৰতাপ—তেনেহলে কি শক্তিৰে দিল্লীৰ সম্ৰাটৰ হাতৰ পৰা পলাই অহা কোঁৱৰ বলিনাৰায়ণক আশ্ৰয় দিছা ?

কুৱঁৰী—আচৰিত কথা! কোনে কলে আপোনাক ?

প্ৰতাপ—আমি অন্তৰ্য্যামী। তুমি কি অনুৰোধ কৰিবলৈ আহিছা তাকো বুজিছোঁ। চিন্তা নাই কুৱঁৰী! তুমি যাক আশ্ৰয় দিছা, আমি তেওঁক প্ৰাণপণে ৰক্ষা কৰিম।

কুৱঁৰী—তাৰ পৰিণাম কি ভাবি চাইছেনে স্বৰ্গদেউ ?

প্ৰতাপ—চাইছোঁ। দিল্লীৰ বাদছাহে আমাৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰিব। কিন্তু প্ৰতাপসিংহৰ হাততো জানো অস্ত্ৰ নাই কুঁৱৰী ?

কুৱঁৰী—প্ৰভো! তেনেহলে প্ৰতিজ্ঞা কৰক মোৰ পিতৃবৈৰীক প্ৰতিশোধ দিব, মোৰ দদাইদেউক পিতৃৰাজ্যত ৰজা পাতিব।

প্ৰতাপ—প্ৰতিজ্ঞা কৰিছোঁ কুৱঁৰী! সেয়ে মোৰ জীৱনৰ লক্ষ্য। আৰু কিবা কবলগা আছেনে ?

কুৱঁৰী—আছে, মই এই ৰণ চাবলৈ যাম।

প্ৰতাপ—ভাগ্যলক্ষ্মী! মই তোমাক বাধা নিদিওঁ। যাবা, কিন্তু সাৱধানে থাকিবা। এজন উপযুক্ত সেনাপতি তোমাৰ বাহৰ ৰথীয়া হৈ যাব। এতিয়া তুমি প্ৰস্তুত হোৱাগৈ। (কুৱঁৰী যায়গৈ।)

প্ৰতাপ—"মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পতন", জীৱনৰ মূলমন্ত্ৰ মোৰ। কোচক হাতত লৈ ভাতৃভাৱে কছাৰীক সাৱটি ধৰিম। নহবনে কাৰ্য্যসিদ্ধি মোৰ ?

( বুঢ়াগোঁহাই সোমাই আহে। )

বুঢ়া গোঃ—( সেৱা কৰি ) স্বৰ্গদেউ! কি আদেশ মোৰ প্ৰতি?

প্ৰতাপ—ডাঙৰীয়া! ৰহাৰ সংবাদ পাইছেনে? ৰণৰ কাৰণে যোগ্য আয়োজন হৈছেনে?

বুঢ়া গোঁঃ—স্বৰ্গদেউ! ৰণৰ আহিলা-পাতি প্ৰস্তুত সকলো। কছাৰী ৰজাৰ অসহনি অত্যাচাৰ। স্বৰ্গদেৱে আদেশিলে ততালিকে প্ৰতিকাৰ কৰোঁ।

প্ৰতাপ—ডাঙৰীয়া! কছাৰী ৰণৰ আমি সকাম নেদেখোঁ। সোমাৰৰ সৈন্য-সেনাপতি মোগল সেনাৰ সমুখীন হব লাগে। কামৰূপ আমি লব লাগে। তুৰন্তে প্ৰস্তুত হওক।

বুঢ়া গোঁ—যি আদেশ স্বৰ্গদেউ! কিন্তু আমি কছাৰী ৰজাক কিমতে ৰাখিম? ছল পালে আহি ৰাজধানী আক্ৰমিব।

প্ৰতাপ—চিন্তা নাই। স্বদেশৰ কল্যাণৰ হেতু, শত্ৰুদমনেৰে আমি মিত্ৰতা কৰিম। আহোম গাভৰু এটি কছাৰী ৰজাক দিব লাগে।

বুঢ়া গোঁঃ—যি আদেশ স্বৰ্গদেউ! কিন্তু—

প্ৰতাপ—ডাঙৰীয়া! আৰু তৰ্কৰ সময় নাই। অসমৰ ৰাজধানী প্ৰাগ-জ্যোতিষপুৰ মোগলে লব নোৱাৰে। যেনে-তেনে আমি কাঢ়ি লম। নোৱাৰিলে অসমীয়া জাতি ধ্বংস হওক। বুৰঞ্জী পিঠিত আৰু আহোমৰ নাম থাকিব নালাগে। যাওক, তুৰন্তে প্ৰস্তুত হওক। ভৰলী মুখত নবাবৰ সেনা আক্ৰমক।

( বুঢ়াগোঁহায়ে সম্মতিসূচক প্ৰণাম কৰি যায়গৈ। )

## চতুৰ্থ দৃশ্য—দিখৌৰ পাৰ

( ৰূপহী—অকলে মালা গাঁথি গীত গায়। )

### গীত

ৰূপহী— ফুলত চুমা দিলো ধুনীয়া পখিলা
ৰঙ্গতে মেলিলে পাহি ;
কিনো কথাষাৰি কলা কাণে কাণে,
মিচিকি পেলাহে হাঁহি।
সেউতী ফুলিলে মালতী ফুলিলে
ফুলিলে মাধৱী লতা,
আহোঁ বুলি উৰি নাহিলা পখিলা,
পাহৰি পেলালা কথা।
তোমাক ভাবি-চিন্তি শুকালে মালতী
নোৱাৰি উৰিব লগত,
যাবৰ সময়তে মাতো নলগালা
কথাটি ৰাখিলা বুকুত।
কোনোবা দেশতে পদুমীৰ বিয়াতে
পখিলা পাতিছা বেই,
আগৰ কথাখিনি পাহৰি পেলালা
পদুমীত বলিয়া হৈ॥

( নৈত মালা উটাই দি )

ৰূপহী— যোৱা মালা! উটি যোৱা
দিখৌৰ বুকুত, যাৰ হেতু গাঁথিছিলো
ৰ'বাগৈ তেওঁৰে কাষত। ক'বাগৈ—
পূৰ্ণিমাৰ জোনে অসহায় বুজি মোক

বিদ্ৰূপেহি বাৰে বাৰে। নাহেনে
উলটি তেওঁ? নপৰেনে এবাৰো মনত?
সুধিবাচোঁ, থাকেমানে শৰতৰ জোন
পামনে এবাৰ দেখা? দুটি জোন একে
ঠাই কৰি ৰিজাম দুয়োকো মই।
যোৱা দেই! পাৰা যদি তোমাৰে ভাষাৰে
কৈ দিবা কথাখিনি মোৰ। পাহৰিলে?
অসম্ভৱ! পাহৰিলে যদি, কিয় টানে
প্ৰাণ-মন মোৰ? সেই যে মিলন নিশা
শত জনমৰ কত দুখ, কত সুখ,
বিচ্ছেদ-মিলন, কতনো আশাৰ কথা
সোঁৱৰালে মোক! পাৰেনে পাহৰি যাব
দুদিনতে বাৰু? অনন্তত উটি ফুৰা
আমি দুটি প্ৰাণী বন্ধা আছো প্ৰাণে প্ৰাণে
জনমে জনমে, পাৰেনে পাহৰি যাব
ইটিয়ে সিটিক?

( আখেক গোঁহাই আহি পাছফালৰ পৰা চকু মুদাই ধৰে )

ৰূপহী—কোন? ( খেপিয়াই চাই ) আন্ধাৰ হল, এটি জোন মাৰ গৈ আৰু এটি জোন ওলাব খুজিছে হবলা।

আখেক—( চকু এৰি দি ) কোনটি জোন মাৰ গ'ল ৰূপহী?

ৰূপহী—আহিলা মোৰ জোনটি? মই বোলো একেবাৰেই পাহৰিলে হবলা।

আখেক—তোমাক পাহৰি থাকিব পাৰিম জানো ৰূপহী?

ৰূপহী—বাৰু, আজি কোনখিনিৰ পৰা আহিলে ক'কচোন।

আখেক—দিখৌমুখৰপৰা নাও লৈ উজাই আহিলোঁ। কাইলৈ পুৱা আকৌ যাব লাগিব।

ৰূপহী—মোৰ মালাধাৰে তেনেহলে আপোনাক লগ নাপালে? এতিয়াও উটি গৈ আছে।

আখেক—তুমি হবলা মই পাম বুলি মালা উটুৱাই দিছিলা? তোমাৰ মালা তেন্তে দিখৌমুখত ৰবগৈ। মই কাইলৈ পামগৈ।

ৰূপহী—আজি ইমান লৰালৰিকৈ আহি কাইলৈ আকৌ কিয় যাব দেৱতা! মই যে পূজাৰ যতন একো কৰা নাই!

আখেক—তোমাৰ নিচিনা সৰগৰ ফুল পাহি পাবোতেনো এৰি যাওঁনে? মই এতিয়া দিখৌমুখৰ কোঠৰখীয়া সেনাপতি। আজি তোমাক লৰালৰিকৈ চাই যাবলৈহে আহিলোঁ।

ৰূপহী—নালাগে সেনাপতি হবগৈ। আপুনি ইয়াত থাকক। স্বৰ্গদেউক কৈ বিদায় লৈ আহিব।

আখেক—নহয় ৰূপহী! স্বৰ্গদেৱে এতিয়া মোক বৰ অনুগ্ৰহ কৰে। চোৱাচোন—আগৰ বাৰ কছাৰী ৰণত জিকাৰ বাবে এইখন সোণ খটোৱা তৰোৱাল উপহাৰ দিলে। তুমি আৰু দুদিন-মান বাট চোৱাচোন, মই এই তৰোৱালৰ বলেৰে এদিন তোমাক ৰাজকুঁৱৰীৰ শাৰীত থমগৈ।

ৰূপহী—মই এতিয়াই ৰাজকুঁৱৰীৰ নিচিনা সুখী। আপোনাৰ নিচিনা স্বামী যাৰ, তাৰনো কিহৰ অভাৱ দেৱতা? আপুনি কাষত থাকিলে মোক স্বৰ্গও নালাগে।

আখেক—মই তোমাক এৰি নাথাকো নহয়। দিখৌমুখৰ ঘৰ-দুৱাৰ ঠিক হলেই লৈ যামহি। তাত জোনাক নিশা নাৱত উঠি ব্ৰহ্মপুত্ৰৰ বুকুত ফুৰিবলৈ বাৰু তোমাৰ মন নাযায়নে?

ৰূপহী—আপোনাৰ সৈতে কোনো হাবিত জুপুৰী এটা সাজিহে মোৰ

থাকিবৰ মন গৈছে। আজি কিছুমান দিনৰপৰা মোৰ মনলৈ আহি আছে আমাৰ যেন কিবা এটা অমঙ্গল হব।

আখেক—সেইটো অমূলক আশঙ্কা মাথোন। মই নথকাত সেইবোৰ চিন্তা তোমাৰ মনলৈ আহি থাকে।

ৰূপহী—কব নোৱাৰো। আজি আপোনাক লগ পায়ো মোৰ মনটো থিৰ হোৱা নাই। আহক ঘৰলৈ যাওঁ।

আখেক—তুমি বলাচোন, মই নাওখন আহিবলৈ বাট চাওঁ। জয়ন্তীয়া ৰাজ্যৰ পৰা তোমালৈ কিবাকিবি আনিছোঁ, মই লৈ যাম।

( যায়গৈ )

ৰূপহী—বাৰু, বেগেতে আহিব দেই।

( ৰূপহী অলপ দূৰ গৈ আকৌ উলটি আহে। )

আখেক—আকৌ উলটিলা দেখোন ?

ৰূপহী—আপুনি মোৰ লগতে আহক। অকলৈ এৰি যাবৰ মন যোৱা নাই।

আখেক—মই বেগেতে যাম। তুমি যোৱাচোন, আইতাক বাতৰি দিয়াগৈ।

( ৰূপহী যায়গৈ )

আখেক—কিহৰ অভাৱ মোৰ ? শোভিছে গলত যাৰ তোমাহেন পাৰিজাত হাৰ, কিহৰ অভাৱ তেওঁৰ ? তুমি মোৰ জীৱনৰ অনন্ত গতিত দেৱতাৰ শুভ আশীৰ্ব্বাদ। ইচ্ছা যদি কৰা তুমি, নিবিচাৰো ৰাজ-অনুগ্ৰহ, নালাগে একোকে মোক।

( লাঙ্গি বেগেৰে সোমাই আহে )

লাঙ্গি—গোহাঁইদেউ। সৰ্ব্বনাশ হল ! আপুনি শীঘ্ৰে পলাওক।

আখেক—ইকি ! লাঙ্গি, তুমি ইহা এৰি আহিলা কিয় ? কি হল ?

লাঙ্গি—সেইবোৰ কথা পিছে শুনিব গোহাঁইদেউ। এতিয়া পলাই প্ৰাণ ৰক্ষা কৰক। স্বৰ্গদেৱে আপোনাক ধৰি নিবলৈ চাওদাং বৰুৱাক পঠাইছে।

আখেক—চোৰাংচোৱা! প্ৰাণৰ ভয়ত পলোৱা মোৰ অভ্যাস নাই। কি হল শীঘ্ৰে ক!

লাঙ্গি—ৰহাত সৰ্ব্বনাশ হ'ল গোহাঁইদেউ! আপুনি গুচি অহাৰ বাবে স্বৰ্গদেৱে আপোনাক দোষিছে।

আখেক—কি সৰ্ব্বনাশ হ'ল। ৰহা নিৰাপদ বুলি তুমি কৈছিলা নহয়?

লাঙ্গি—মইনো কেনেকৈ জানিম গোহাঁইদেউ! চোৰাংচোৱা যদিও মই তেও মানুহ হে! কছাৰীনো ক'ত লুকাই আছিল গমকে নাপালোঁ। আপুনি অহাদিনা নিশাই সিহঁতে ৰহাগড় আক্ৰমণ কৰি আমাৰ মানুহ কাটিমাৰি খাস্তাং কৰিলে। দুখৰ কথা কিনো কম গোহাঁইদেউ! মোৰ জিভা কোঁচ খাই আহে! আপোনাৰ পিতাককো কছাৰীয়ে কাটিলে!

আখেক—কি, পিতাক কাটিলে! সঁচা কথা ক, চোৰাংচোৱা! ধেমালি নকৰিবি।

লাঙ্গি—আপোনাৰ লগত ধেমালি কৰিবৰ বন্দীৰ কি সাধ্য! কথা সঁচা গোহাঁইদেউ!

আখেক—হায়! মই কি কৰিলোঁ; বুঢ়াকালত পিতাক অকলে শত্ৰুৰ মুখত পেলাই গুচি আহিলোঁ!

লাঙ্গি—হৈ যোৱা কথা আৰু ভাবিলে কি হব গোহাঁইদেউ! এতিয়াও আপুনি নিজে সাৰিবৰ সময় আছে।

আখেক—কি! দোষ কৰি ৰাজদণ্ডৰ ভয়ত পলাম? যোৱা, মোৰ পৰা তেনে কাম হব নোৱাৰে। ৰজাৰ যি ইচ্ছা মোক দণ্ড দিয়ক।

লাঙ্গি—গোহাঁইদেৱে যেনে ভাল দেখে কৰক, মইনো আৰু কি কম! ৰজাই হওঁতে আমাকো সুখেৰে নেৰে। মই চোৰাংচোৱা হৈ ৰহাত কছাৰীৰ বাতৰি দিব নোৱাৰিলোঁ বুলি যেতিয়া শুনিব, তেতিয়া মোকো জীয়াই জীয়াই বখলিয়াব।

আখেক—ভয় নাই চোৰাংচোৱা! তোমাৰ ওপৰত দোষাৰোপ কৰি মই নিজে সাৰিবলৈ চেষ্টা নকৰোঁ। তোমাৰ কথাতে সম্পূৰ্ণ নিৰ্ভৰ কৰি গুচি অহাৰ বাবে মইহে দোষী। তোমাৰ কথা ৰজাক একো নলগাওঁ।

লাঙ্গি—সেইটো গোহাঁইদেউৰ কৃপা! গোহাঁইদেৱে মাৰিলে মাৰিব পাৰে, ৰাখিলে ৰাখিব পাৰে।

( চাওদাং বৰুৱা আৰু চাওদাংহঁত আহে। )

চাঃ বৰুৱা—গোহাঁইদেউ! স্বৰ্গদেউৰ আদেশত আপুনি বন্দী, অস্ত্ৰ পৰিত্যাগ কৰক।

আখেক—স্বৰ্গদেউৰ আদেশ শিৰোধাৰ্য্য। ৰাজদত্ত অস্ত্ৰ আৱশ্যক হলে ৰজাৰ সমুখত ত্যাগ কৰিম।

চাঃ বৰুৱা—ভাল, কিন্তু বাধা দিলে বল প্ৰয়োগ কৰিবলৈ বাধ্য হম।

আখেক—তোমাৰ কোনো চিন্তা নাই, মই নিজেই যাম। লাঙ্গি! ৰূপহী আৰু আইতাক এই সংবাদ দিবা।

( আখেক, চাঃ বৰুৱা আৰু চাওদাংহঁত যায়গৈ )

লাঙ্গি—উঃ কটা! আগৈয়ে বাতৰি পায়ো নপলালে! ই পলাই গৈ মুছলমানৰ লগ লোৱা হলে চিন্তা নাছিল। হওঁতে মোৰ এনেকুৱা গোঁৱাৰবোৰে ৰবকৈ মিছা কথা নকয়; ই মোৰ কথা নলগাওঁ বুলিছে যেতিয়া নলগায়। লগালেও মোৰ জবাব আছে। এতিয়া ৰজাই ইয়াৰ মূৰটো ললেই লেঠা চিগে।

( যায়গৈ )

## পঞ্চম দৃশ্য—নবাবৰ চ'ৰা

( নবাব কাছিম খাঁ, মিয়াচাহাব আৰু সত্ৰাজিতে কথা পাতি থাকে। )

নবাব—কি কলে মহাৰাজ! প্ৰতাপসিংহই বলিনাৰায়ণক এৰি নিদিয়ে ?

সত্ৰাজিৎ—নিদিয়ে জনাব! তাৰ উপৰি আমাৰ দূতক আৰু বহুত কঢ়া কথা শুনাই পঠাইছে। প্ৰতাপসিংহই কৈ পঠাইছে যে, আমি হেনো তেওঁক কামৰূপ এৰি দিব লাগে।

নবাব—কি আশ্চাৰ্য্য! এই পাহাৰী অসমীয়া মখাৰ ইমান সাহ! ইহঁতে সম্ৰাট জাহাঙ্গীৰৰ লগতো ফেৰ পাতে!

মিয়াচাহেব—এইখন চয়তানৰ দেশ জনাব। ইহঁতে যাদু জানে, সেইকাৰণে কালৈকো পৰোৱা নকৰে।

নবাব—চামধৰা কুঠিত অসমীয়াৰ কিমান সৈন্য আছে মহাৰাজ ?

সত্ৰাজিৎ—কুঠিত বিশ হাজাৰ আছে। এতিয়া বুঢ়াগোঁহায়ে লগত আৰু অসংখ্য সৈন্য লৈ চামধৰালৈ আহিবলৈ সাজু হৈছে।

নবাব—এইবাৰ সিহঁতৰ চয়তানিৰ ফল পাব। প্ৰতাপসিংহক লোৰ সজাত ভৰাই দিল্লীলৈ নপঠাওঁ মানে মোৰ হেঁপাহ নপলায়। মহাৰাজ! সেনাপতি চৈয়দ হাকিম আৰু চৈয়দ আবাকাৰক তুৰন্তে প্ৰস্তুত হৈ ভৰলীমুখত আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ আমাৰ আদেশ শুনাই দিব। আপুনি কোচ ৰণত আমাক বহুত সহায় কৰিছে। তাৰ পুৰস্কাৰস্বৰূপে আপোনাক গুৱাহাটী আৰু পাণ্ডুৰ থানাদাৰ পতা হব।

সত্ৰাজিৎ—হুজুৰৰ অনুগ্ৰহ! গোলামৰ আৰু এটা আৰ্জ্জি আছে। হুকুম হলে কব পাৰোঁ।

নবাব—কি মহাৰাজ ?

সত্ৰাজিৎ—হুজুৰ! কোচ ৰাজকন্যাক মই বিয়া কৰিবৰ মন কৰিছিলোঁ।

প্ৰতাপসিংহই সেই ছোৱালী চুৰ কৰি নি তেওঁৰ কুঁৱৰী পাতিলেগে। মই প্ৰতাপসিংহৰ ওপৰত প্ৰতিশোধ লব খোজোঁ।

নবাব—চুৰ কৰিলে কেনেকৈ মহাৰাজ? মই শুনিছোঁ, বিশ হাজাৰ চিপাহী পঠাই দি ছোৱালী কাঢ়ি লৈ গ'ল।

সত্ৰাজিৎ—হয় জনাব! হুজুৰৰ আশ্ৰয়ত এতিয়া সেই ছোৱালী মই কাঢ়ি আনিবৰ ইচ্ছা কৰোঁ।

নবাব—ভাল কথা। আপুনি নিজ সৈন্য লৈ আমাৰ সেনাপতি দুজনক ৰণত সহায় কৰিব। আমাৰ জয় হলেই আপোনাৰ উদ্দেশ্য সিদ্ধি হব। য'ক, এতিয়া প্ৰস্তুত হ'কগৈ।

(চেলাম কৰি সত্ৰাজিৎ ওলাই যায়।)

নবাব—কোন হ্যায়?

(আবদুল্লা সোমাই আহি চেলাম দিয়ে)

নবাব—চৰাব আউৰ হাজোৱালী।

আবদুল্লা—যো হুকুম। (ওলাই যায়।)

মিয়াচাহাব—বন্দীৰো এটা আৰ্জ্জি আছে জনাব।

নবাব—কি মিয়াচাহাব?

মিয়াচাহাব—জনাব, হুকুম হলে বন্দী ৰণলৈ যাব পাৰো।

নবাব—তুমি গৈ কি কৰিবা? তুমি জানো ৰণ কৰিব পাৰিবা?

মিয়া—তাৰ বাহিৰে আৰু বিলকুল কাম কৰিব পাৰিম জনাব!

নবাব—ৰণৰ ঠাইত আৰু কি কাম আছে?

মিয়া—মই শুনিছোঁ, কামৰূপত ভাল ভাল নাচনী আছে। সিহঁতৰ নাচ দেখিম, গান শুনিম, আৰু পাৰোঁ যদি জনাবলৈ এজাক ধৰি লৈ আহিম।

নবাব—তুমি বলে পাৰিবা জানোঁ? অসমীয়া তিৰোতাই তৰোৱাল খেলা কথা তুমি শুনা নাইনে কি?

মিয়া—শুনিছোঁ জনাব! হাতত তৰোৱাল থকাজনীৰতো মই ওচৰ নাচাপোঁ।

নবাব—ছিঃ মিয়াচাহাব! তুমি বৰ ভয়াতুৰ।

মিয়া—জনাবে নিজে চাই আহিলেগৈহে বুজিব। মই শুনিছোঁ হাতত তৰোৱাল থকা একোজনীয়ে বিদেশী মানুহ পালে সিহঁতৰ ৰিহাৰ আঁচলত বান্ধি থয়।

নবাব—তুমি একেবাৰে অপদাৰ্থ। চাবা আকৌ তোমাকো কোনোবাই বান্ধি থব।

মিয়া—মোক নোৱাৰে জনাব। ৰণ কৰিবলৈ যোৱা মথাৰহে বিপদ। (মদৰ বটল লৈ আবদুল্লা আৰু হাজোৱালীহঁত সোমাই আহে। হাজোৱালীহঁতে গীত গায়, আবদুল্লাই নবাবক মদ ঢালি দিয়ে।)

গীত

হাজোৱালীহঁত—

আহা আহা সখী মানিকী মউ
আমি, খেলিম লুকালুকি হল নে নউ।
মেঘৰ বিজুলী আমি মেঘত লুকাওঁ,
আকৌ ওলাই কওঁ হল নে নউ।
আমি চিকুন তৰা,
আমি নিদিওঁ ধৰা,
আমি আকউ লুকাওঁ আমি আকউ ওলাওঁ।
মেঘৰ আঁৰৰপৰা হাঁহি বিলাওঁ।
প্ৰাণৰ কথাটি আমি কাকো নকওঁ।

## ষষ্ঠ দৃশ্য—ভৰলীৰ দাঁতি

( আখেক অকলে )

আখেক—বিদায় জনমভূমি! তোমাৰ বুকুৰ
নদ-নদী, গছ-লতা, পৰ্ব্বত-পাহাৰ,
সবাকে বিদায় মোৰ। আই তোৰ পবিত্ৰ
কোলাত, নাই ঠাই দুৰ্ভগীয়া আখেকৰ
আৰু। অযোগ্য সন্তান মই, তোমাৰ
সেৱাত নাই আৰু অধিকাৰ মোৰ।
নিৰ্ব্বাসিত সন্তানৰ চকুলো এটুপি
আছে মাথোঁ শেষ আজি পূজা দিবলই।
লোৱা আই! তাকে আজি দিওঁ চৰণত।
দিয়া আশীৰ্ব্বাদ—পাওঁ যদি সময় ভুনাই
উচৰ্গিব পাৰোঁ যেন দেহা মোৰ তোমাৰ
কামত। মাতৃভুমি! জনমে জনমে
পাওঁ যেন ঠাই মই তোমাৰ বুকুত।
বিদায় জননী! আই, আই, প্ৰাণসমা
ৰূপহীক মোৰ এৰিলো কোলাত তোৰ।
কঠোৰ নিয়তিৰূপ ধুমুহা বতাহে
মোহাৰি পেলালে মোৰ নিৰাশ্ৰয়া আশ্ৰিতা
লতাক, ঠাই দিবা ঘূৰিবাৰ তোমাৰ
বুকুত; মিলিম পুনৰ আমি। যাওঁ মই
যেনিয়ে ভুচকু যায়।

( লাঙ্গি সোমাই আহে। )

লাঙ্গি, তুমি আহিলা কিয়? মই ৰূপহীৰ ওচৰত বিদায় লবলৈকো নাপালোঁ। তেওঁক সকলো কথা কলানে?

লাঙ্গি—বিপদৰ ওপৰতে বিপদ গোঁহাইদেউ। মই আপোনাক সাৱধান কৰি দিওঁ বুলিহে আহিলোঁ। মই ৰূপহী আইদেউৰ ছাঁটোকে দেখিবলৈ নাপালোঁ।

আখেক—কিয়? ৰূপহী কলৈ গ'ল? তুমি আৰু কি বিপদৰ কথা কৈছা?

লাঙ্গি—কিনো কব গোঁহাইদেউ! আপোনাক নিৰ্ব্বাসন দণ্ড দি ইফালে চিপাহীৰে আপোনাৰ ঘৰ বেৰাই পেলালে। তাত পকুৱা এটাও ওলাব-সোমাব নোৱাৰা হ'ল।

আখেক—ৰূপহীক তেনেহলে বন্দী কৰি থৈছে? কিয়, তেওঁৰ দোষ কি?

লাঙ্গি—দোষ-গুণৰ কথানো কি কম গোঁহাইদেউ! আপুনি নিজেই বুজিব পাৰিছে দেখোন। আইদেউ কেনেবাকৈ আপোনাৰ লগতে গুচি যায় বুলিয়েই এই ব্যৱস্থা হব পায়। মই শুনোতে ৰজাৰ আপোনাৰ প্ৰাণদণ্ড কৰাৰে উদ্দেশ্য আছিল, পাছে ডাঙ্গৰীয়াসকলে ধৰাতহে নোৱাৰিলে।

আখেক—ৰজা হৈ তিৰোতাৰ ওপৰত অত্যাচাৰ কৰে! এই নৰাধম ৰাজপাটৰ অযোগ্য।

লাঙ্গি—এৰা গোঁহাইদেউ! এইজনা ৰজা পাটত থাকে মানে আৰু টোকোনা প্ৰজাৰ উপায়েই নাই। খুন্নুক-খানাকৃকৈ শুনিছোঁ, বোলে ৰজাৰ হেনো ৰূপহী আইদেউৰ ওপৰত কাহানিবাৰে পৰা চকু।

আখেক—লাঙ্গি! মই ৰজাৰ এই অত্যাচাৰৰ প্ৰতিশোধ লম। তাৰ বাবে মোক ৰাজদ্ৰোহ পাপে চুব নোৱাৰে। তুমি পাৰা যদি ৰূপহীক উদ্ধাৰ কৰা। মই তোমাৰ এই উপকাৰ নাপাহৰোঁ।

লাঙ্গি—মই বন্দী থাকোতে গোঁহাইদেৱে চিন্তা কৰিব নালাগে।

আইদেউক উদ্ধাৰৰ উপায় কৰিম। এতিয়া গোঁহাইদেৱে কি উপায়েৰে পুনৰ দেশলৈ উলটিব পাৰে তাৰ চেষ্টা কৰকগৈ। আপুনি উলটি নাহে মানে মই আইদেউক যেনে-তেনে ৰক্ষা কৰিম।

আখেক—আহিম। এই অস্ত্ৰ হাতত লৈ এদিন পুনৰ প্ৰতাপসিংহৰ আগত থিয় হম। তুমি ৰূপহীক এই সম্বাদ দি তেওঁক সান্ত্বনা কৰিবা। যোৱা বন্ধু! আমি আকৌ লগ পাম।

( আখেক যায়গৈ। )

লাঙ্গি—যোৱা, তুমি এতিয়া মুছলমানৰ সহায় বিচাৰি নগৈ আৰু কলৈ যাবা? জালখন ভালকৈয়ে মেল খাইছে! এতিয়া চপাব পাৰিলেই হয়। এইবাৰ ৰজায়ো আমাক চিনি পাইছে। নহলেনো চোৰাংচোৱাৰ পৰা একেবাৰে নেওগ ফুকন পাতেনে?

( যাব খোজোঁতে চেংধৰা সোমায়। )

চেংধৰা—অ, মোৰ বৰ ভাগ্য বুজিছেনে? আপোনাক বিচাৰি আহি বাটতে লগ পালোঁহি।

লাঙ্গি—কোন তই?

চেংধৰা—দাঁড়ি কোচা লগাই লৈ আহিছোঁ দেখি চিনিব পৰা নাই হবলা। ( দাঁড়ি গুচাই ) এতিয়া চিনিছেনে? মই চেংধৰা।

লাঙ্গি—তোক দেখোন দেখা পোৱা মনত নপৰে। ক'ৰ চেংধৰা-ঠেংধৰা গুলালহি?

চেংধৰা—এঃ! য'ক বুজিছেনে? ধেমালি নকৰিব। "যাৰ যহত শাক-সেন্দুৰ, তাকে পাতে ভেকুৰা ইন্দুৰ!"

লাঙ্গি—এইটোৱে কয় কি অ'! বলিয়ানে কি?

চেংধৰা—অ’, মোক বলিয়াহে পাতিলে? কিয়! আপুনি কছাৰীৰ চোৰাংচোৱা চেংধৰাক চিনি নাপায় জানো?

লাঙ্গি—তই কছাৰীৰ চোৰাংচোৱানে? মোৰ ওচৰত তোৰ সকাম?

চেংধৰা—এৰা, তাকে সোধক। মোৰ আজিকালি বৰ কষ্ট বুজিছেনে? দেশত ৰণ-বিগ্ৰহো নাইকিয়া হ’ল, আমাৰো দুপইছা পোৱাৰ মুদা মৰিল। সিজনীৰ খেচখেচনিত থাকিব নোৱাৰি ভাবিলো, বন্ধুকে এবাৰ লগ ধৰি তাহানিৰ কথাবাৰ সোঁৱৰাই দিওঁগৈ। পাছে, ময়ো এভাগ নাপাম জানো?

লাঙ্গি—হেৰ, কি তাহানিৰ কথাবাৰ? কিহৰ ভাগ পাবি? মই দেখোন তোক কোনো জনমত দেখা পোৱা নাই! কটা! মই নেওগ ফুকন বুলি তই জনা নাইনে? তই দেখোন সমনীয়া মানুহৰ নিচিনা মুখে মুখে চুপতি কৰহি? তোৰ কপাল ভাল, আজি কছাৰীৰ সৈতে আমাৰ সন্ধি হৈ গ’ল। নহলে ভালকৈ এসেকা পালিহেঁতেন!

( লাঙ্গি যায়গৈ। )

চেংধৰা—আও! ই মোৰ যহতে দুহেজাৰ মোহৰ পায়, মোৰ যহতে নেওগ ফুকন হয়, এতিয়া মোকে চিনি নোপোৱা হ’ল! বাৰু ৰ, ময়ো এদিন চিনাকি দিম! তইনো কিমান পানীৰ মাছ দেখিম।

( যায়গৈ )

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য—চামধৰা কোঠৰ দুৱাৰমুখ

( ৰাতিৰাম আৰু ভলক পৰীয়াই পৰ দি তহলি থাকে )

ভলক—ৰাতিয়া কাই! কাইলৈ আমাৰ মাঘৰ বিহু নহয়, গম পাইছ?

ৰাতিৰাম—গম পালেনো ঠিক হব অ' পায়? আমাৰ এয়ে বিহু।

ভলক—গড়ৰ ভিতৰত হলে আজি সকলোৱে ভোজ-ভাত খাই বৰ ৰং-ধেমালি কৰিছে পায়।

ৰাতিৰাম—তোৰ হবলা লোভত জিভাৰ পানী ওলাইছে।

ভলক—নহয় অ', গাটো বৰ ৰাইজাই কৰিছে; আমাৰো অলপ নধৰ জানো?

ৰাতিৰাম—কি ধৰিব খুজিছনো তই?

ভলক—মই এটেকেলি আনি থৈছোঁ নহয়। আহচোন, তাৰে অলপ ধৰো। এই দুপৰ নিশাতনো কোনে গম পাব আমি কি কৰিছোঁ?

ৰাতিৰাম—আও, নোৱাৰি পায়! কেতিয়া কি হয় কি ঠিক?

ভলক—কিটো নো হব অ'? আমাৰ নিচিনাকৈ শোৱন-খাৱন এৰি কেইটা পৰীয়াই পৰ দিছে? তই ৰ দেই! মই আনো।

( ভিতৰ সোমায়। )

( নিলগত কিবা এটা অহা যেন গম পাই ৰাতিৰামে জুমি জুমি চায়। )

( টেকেলি লৈ ভলক উলটি আহে। )

ভলক—এইয়া আনিছোঁ। কি চাইছ তই ?

ৰাতিৰাম—ৰচোন, কিবা এটা অহা যেন গম পাইছোঁ ?

ভলক—ক'ত কিটো ওলাব অ' ? তই আৰু ছাঁটোকে বাঘটো যেন দেখ। আহ, বহ।

( দুয়ো বহি লাওপানী খায়। )

ৰাতিৰাম—আৰু নাখাওঁ পায় ! মোৰ আজি মনটো বৰ বেয়া লাগি আছে। কাইলৈ বিহু, মোৰ ল'ৰা-ছোৱালী মখালৈ মনত পৰিছে।

ভলক—মন বেয়া লাগিছে যদি ৰ, মই নাম গাওঁ, ভাল লাগিব।

( বিহু নাম গায়। )

বিধি-বিধাতা　　　　সৃজন্তা পালন্তা

জনমৰ গৰাকী আই,

চৰাই চিৰিকতি　　　　ফুৰে যোৰে পাতি,

আমাৰ যোৰ পাতোতা নাই !

( পুনৰ লাওপানী খায়। )

ৰাতিৰাম—হেৰ ভলক ! আৰু নাখাবি, থ আৰু।

ভলক—ৰ, বিহুটো এনেয়ে উৰিবনে ? হোঁ, অলপ ধৰচোন।

ৰাতিৰাম—মই আৰু নাখাওঁ পায়। ( মুখ ফিৰাই বহি ভাবে ) ( পাছফালৰ পৰা মুছলমান চিপাহী মনে মনে আহি দুটামানে ভলকক আৰু দুটামানে ৰাতিৰামক হেঁচা মাৰি ধৰে। ভলক উঠিব নোৱাৰা হয়। ৰাতিৰামে হতাহতিকৈ উঠি )

ৰাতিৰাম—বঙ্গাল ! মৰ্—( এটাৰ মূৰত অস্ত্ৰাঘাত কৰে ; চিপাহীটো পৰে। আনটোক মাৰিব খোজোঁতেই আখেক গোহাঁই আৰু জোনাব খাঁ সোমাই আহি বাধা দিয়ে। )

ৰাতিৰাম—( পাছ ঘূঁহকি ) আপুনি গোহাঁইদেউ! বঙ্গালৰ লগত দেখোন ?

আখেক—অস্ত্ৰ পৰিত্যাগ কৰ, নহলে মৰিবি।

ৰাতিৰাম—কাৰ আদেশত ?

আখেক—মৰ্ তেন্তে। ( অস্ত্ৰাঘাত কৰে। ৰাতিৰাম পৰে। আখেকে এখন্তেক তাৰ মুখলৈ চায়।)

জোনাব খাঁ—এইটোও মৰিল গোহাঁইদেউ! এতিয়া আমাৰ মানুহ ইয়াত থৈ যাব লাগিব।

আখেক—ইস্মাইল আৰু কৰিমবক্স থাওক। ইস্মাইল! তোৰ নাম ভলুক, আৰু কৰিমৰ নাম ৰাতিৰাম, মনত ৰাখিবি। এই শ দুটা আঁতৰত পেলাই দেগৈ। তহঁতে ইহঁত দুটাৰ পোছাক পিন্ধি ইয়াতে পৰ দি থাক। সাৱধানে থাকিবি।

ইস্মাইল—ভাল গোহাঁইদেউ!

জোনাব খাঁ—আৰু কি কাম বাকী আছে গোহাঁইদেউ ?

আখেক—সৌখিনিতে ঘোঁৰা সোমাবলৈ গড় ভাঙ্গিব লাগিব। ব'লা, তালৈ যাওঁ।

( ইস্মাইল আৰু কৰিমৰ বাহিৰে সকলো যায়গৈ )

কৰিম—এই ভলুকা ধৰ্।

ইস্মাইল্—অ, মোৰ নাম হবলা ভলুকা ? কৈ যাওঁতেই পাহৰিলি ?

কৰিম—কি ? তোৰ নাম ভলুকা, মোৰ নাম কাতিৰাম নহয় ?

ইস্মাইল্—তোৰ মুৰ! তোৰ মুৰত কিছুমান গোবৰ আছে বুজিছ ? মনত ৰাখিবি, তোৰ নাম ৰাতিৰাম আৰু মোৰ নাম ভলক।

কৰিম—অ' হয় পায়! আহ ধৰ, এতিয়াও ইহঁতৰ জান বাহিৰ হোৱা নাই।

( দুয়ো দুফালে এটা শ ধৰে )

কৰিম—ইয়া আল্লা! বৰ গধুৰ অ'!

ইস্মাইল্—তই সৰ্ব্বনাশ কৰিবি! অসমীয়াৰ কোনো চোৰাংচোৱা আহিলে যদি 'ইয়া আল্লা' বুলি কৱ তেন্তে গৰ্দ্দান উৰি যাব, মনত ৰাখিবি!

কৰিম—নকওঁ অ'! তই মোক ইমান বুৰ্ব্বক পাইছনে কি? ধৰ।

( দুয়ো শ লৈ যায়গৈ )

## দ্বিতীয় দৃশ্য—চামধৰা কোঠত কুৱঁৰীৰ বাহৰ

( মঙ্গলময়ী কুৱঁৰী শুই থাকে )

কুৱঁৰী—( সাৰ পাই উচাপ্ খাই উঠি ) পদুমী!

( পদুমী সোমাই আহে )

পদুমী—কি কৱ আইদেউ? ভয় খালে নে কি?

কুৱঁৰী—মই এটা বৰ বেয়া সপোন দেখিলো পদুমী! মোৰ বাহৰ-ৰখীয়া কোন আছে শীঘ্ৰে মাতি আনা।

পদুমী—ফুকন এতিয়া শুবগৈ পায় আইদেউ! সপোন দেখিয়েই আপুনি অস্থিৰ হৈছে দেখোন! জগাই দিমগৈ নেকি?

কুৱঁৰী—শুব কিয়? এতিয়া শুবৰ সময় নহয়। মোৰ মনে ধৰিছে, মুছলমানে আজি নিশাই কোঠ আক্ৰমণ কৰিব। শীঘ্ৰে যোৱা, জগাই দিয়াগৈ।

পদুমী—ভাল আইদেউ। ( যায়গৈ )

কুৱঁৰী—ই কি কথা! নাই কাৰো সাৰ-সুখ!

প্ৰলয়ৰ ধুমুহাৰ খন্তেক আগত
নিস্তব্ধ জগত যেন নিমাত সকলো!
শুলেনে সকলো মোৰ সৈন্য সেনাপতি?

সমুখত শত্ৰুৰ বাহৰ, চেলু চাই
চোৰাংচোৱা ঘূৰিব লাগিছে, ইমানতো
গভীৰ টোপনি! আচৰিত! সঁচা যদি
স্বপ্ন মোৰ, আহোমৰ নেদেখোঁ কল্যাণ;
এই নিদ্ৰা চিৰনিদ্ৰা আহোম সেনাৰ।
কি উপায় কৰো মই!

( লাঙ্গি আৰু পদুমী সোমাই আহে )

লাঙ্গি—( সেৱা কৰি ) আইকুৱঁৰীয়ে মোক কিয়বা মতালে?
কুৱঁৰী—কোন তুমি?
লাঙ্গি—মই আইকুৱঁৰীৰ বাহৰ-ৰখীয়া সেনাপতি লাঙ্গি ফুকন।
কুৱঁৰী—গড়ৰ ভিতৰত কাৰো সাৰ-সুৰ নাই কিয়? মানুহবোৰ এটাইবোৰ শুলেনে কি?
লাঙ্গি—গড়ৰ বাহিৰে ৰখীয়া-পৰীয়া সকলো সাৰে আছে। ভিতৰৰ মানুহবোৰে কাইলৈ বিহুৰ বাবে অলপ ৰং-ধেমালি কৰি এতিয়া শুইছে গৈ। গোহাঁইসকলেও বিশ্ৰাম কৰিছে।
কুৱঁৰী—এই পুৱতি নিশা মানুহবোৰ শুলেনো আৰু সাৰ পাবনে, এই নিশাই যদি মুছলমানে গড় আক্ৰমণ কৰে তেন্তে কি কৰিবা?
লাঙ্গি—মইনো কি কম মাতৃ? ঘাই সেনাপতি সকলোহে জানে।
কুৱঁৰী—তুমি যোৱা, ঘাই সেনাপতি চাউলাই কোৱঁৰক আৰু গোহাঁই-সকলক সাৱধান কৰি দিয়াগৈ। এতিয়া কোনো শুব নোৱাৰে।
লাঙ্গি—বিপদৰ আশঙ্কা হলে গড়ৰ বাহিৰৰ পৰীয়াবোৰে সঙ্কেত কৰিব। মই স্বৰ্গদেউৰ আদেশমতে আইকুৱঁৰীৰ বাহৰ এৰি যাব নাপায়।
কুৱঁৰী—এতিয়া তুমি মোৰ আদেশমতে চলিব লাগে, শীঘ্ৰে যোৱা।
লাঙ্গি—( মনতে ) ইঃ! এই নিশাখন শোৱন-খাৱন এৰি আমাৰ

সেইহে কাম আছে! সেনাপতিৰ কাম সেনাপতিয়ে জানে, আমাৰ গৰজ কি? যাবলৈ কৈছে যাওঁ বাৰু এফালে।

কুৰঁৰী—তুমি ৰলা কিয়?

লাঙ্গি—মাতৃ! বাহৰ এৰি যাবলৈ মোৰ বৰ আশঙ্কা লাগিছে। আইকুৱঁৰীয়ে যাবলৈ কৈছে যেতিয়া যাবই লাগিব। মই আহোঁ তেন্তে।

( সেৱা কৰি যায়গৈ )

কুৰঁৰী—পদুমী! তুমি এতিয়া নুশুৱা দেই! মোৰ ওচৰতে থাকা। মোৰ মনটো বৰ চাটি-ফুটি কৰিছে।

পদুমী—ভাল আইদেউ! মই লগতে থাকিম।

## তৃতীয় দৃশ্য—মুছলমানৰ বাহৰ

( চৈয়দ আবাকাৰ, সত্ৰাজিৎ আৰু মিয়াচাহাব সোমাই আহে )

চৈঃ আবাকাৰ—আখেক আৰু জোনাব খাঁ এতিয়াও উলটি নাহিল। আমি আৰু কিমান অপেক্ষা কৰিম?

মিয়াচাহাব—জনাব! টোপনি ধৰিছে যদি টোপনি ভাঙ্গিবৰ দিহা কৰিমনে?

চৈঃ আবাকাৰ—কৰা মিয়াচাহাব! সময়টো কটাওঁ।

মিয়া—ভাল জনাব! ( ওলাই যায় )

সত্ৰাজিৎ—আখেকক বিশ্বাস কৰা উচিত হলনে? সি কিজানি আমাৰ লগত চক্ৰান্ত কৰিছে।

চৈঃ আবাকাৰ—নহয়, ৰজাৰ লগত তাৰ বৰ শত্ৰুতা। নবাবে প্ৰমাণ পাইহে তাক বিশ্বাস কৰিবলৈ কৈছে। অসমীয়াৰ সহায়

নহলে অসম দেশ সহজে লব নোৱাৰি। আজি অতদিন ভৰলী পাৰত খাপ লৈ আমি এই কথা ভালকৈ বুজিব পাৰিছোঁ।

সত্ৰাজিৎ—মোৰ কিন্তু সন্দেহ নুগুচে। অকস্মাৎ তাৰ মন ঘূৰি গলে জোনাব খাঁকো বিপদত পেলাব পাৰে।

চৈঃ আবাকাৰ—জোনাব খাঁৰ লগত সৈন্য আছে। বিপদৰ আশঙ্কা হলে আত্মৰক্ষা কৰিব পাৰিব।

( এজাক নাচনী লৈ মিয়াচাহাব সোমাই আহে )

মিয়া—তহঁতে ইয়াতে নাচ-গান কৰ। জনাবৰ টোপনি ভাঙ্গি দে।

( নাচনীহঁতে গীত গাই নাচে। চৈঃ আবাকাৰ আৰু সত্ৰাজিতে বহি কথা পাতে। মিয়াচাহাবে গীত শুনে )

মিয়াচাহাব—( গীতৰ অন্তত ) বহুত আচ্ছা! ফেৰ্ লাগাও।

( চৈয়দ হাকিম সোমাই আহে। সকলোৱে থিয় হৈ চেলাম দিয়ে )

চৈঃ হাকিম—ই কি? কিহৰ উৎসৱ? মিয়া! লৈ যোৱা ইসবক।

মিয়া—যো হুকুম জনাব! ( মনতে ) তেনেই মাটি হ'ল। মই শুবগৈহে লাগিল। ( নাচনীহঁতক ) এই ব'ল।

( নাচনীহঁতক লৈ ওলাই যায় )

চৈঃ হাকিম—আবাকাৰ! বীৰ তুমি;
জাহাঙ্গীৰ সম্ৰাটৰ যোগ্য সেনাপতি।
এয়ে নেকি কৰ্ত্তব্য তোমাৰ?

চৈঃ আবাকাৰ—সেনাপতি!
কি আদেশ মোৰ প্ৰতি?

চৈঃ হাকিম—আদেশ! কি আদেশ সম্ৰাটৰ?
পাৰিলানে পালিব আদেশ? আহোমৰ
তোপৰ আগত পাৰিলানে তিষ্ঠিব খন্তেক?
ভাৰত-বিজয়ী এই মোগল বাহিনী
বাৰে বাৰে আহিল পলাই! ইমানতো
উৎসৱত মতলীয়া তুমি?

চৈঃ আবাকাৰ—সেনাপতি! মিছাতে দোষিছা মোক।
সৈন্য-সেনাপতি মোৰ আদেশ অপেক্ষি
ৰৈ আছে ভৰলী পাৰত, আদেশিলে
তুমি, আজি নিশা আক্ৰমিব চামধৰা কোঠ।
অহা নাই আখেক উলটি। সিকাৰণে
এখন্তেক কৰিছোঁ বিশ্ৰাম।

চৈঃ হাকিম—বিশ্ৰামৰ নাই অৱসৰ। নকৰোঁ
অপেক্ষা আৰু। আজি নিশা লব লাগে
চামধৰা কোঠ। নোৱাৰিলে নাহিম
উলটি আৰু। কি বিশ্বাস আখেকৰ?
নাহে যদি উলটি দুনাই, অপেক্ষাত
কটামনে কাল?

সত্ৰাজিৎ—সেনাপতি! অশ্বাৰোহী নহলে সহায়,
মোৰ মনে কাৰ্য্যসিদ্ধি নহয় সহজ।

চৈঃ হাকিম—জানো মই; আবাকাৰ! তুৰন্তে
প্ৰস্তুত হোৱা। পাৰ কৰা অশ্বাৰোহী
নিশা থাকোঁতেই! বিহু উৎসৱত মতলীয়া
অসমীয়া আজি। সুন্দৰ সুযোগ এয়ে।

মহাৰাজ! শীঘ্ৰ য'ক নাওলৈ। থাকিব
প্ৰস্তুত সবে।

( জোনাব খাঁ সোমাই আহে )

চৈঃ হাকিম—হাবিলদাৰ! উলটিলা তুমি?
কাৰ্য্যসিদ্ধি হ'লনে তোমাৰ? আহিলনে
আখেক উলটি?

জোনাৰ খাঁ—আহিল জনাব! গড়ৰ পশ্চিম দুৱাৰ
অধিকাৰ কৰি তাত আমাৰ মানুহ থৈ আহিছোঁ।
এতিয়া আমি অনায়াসে যাব পাৰোঁ।

চৈঃ হাকিম—পাবা তুয়ো যোগ্য পুৰস্কাৰ।
আহা যাওঁ, নাই আৰু ৰবৰ সময়।

( সকলো ওলাই যায় )

## চতুৰ্থ দৃশ্য—ভৰলীৰ দাঁতি

( আখেক অকলে )

আখেক—প্ৰতিশোধ! কাৰ ওপৰত? কাৰ ওপৰত
ললোঁ আজি প্ৰতিশোধ মই?
আছেনে প্ৰতাপসিংহ ভৰলী গড়ত?
নাই! আছে মাথোঁ জ্ঞাতি বন্ধু মোৰ! আছে
আৰু অসমৰ ৰজাৰ কুৱঁৰী! লক্ষ লক্ষ
অসম বীৰৰ থাকে মানে শৰীৰত তেজ,
থাকে মানে স্বাধীনতা অসম মাতৃৰ,
কাৰ সাধ্য প্ৰতাপৰ চাপিব ওচৰ?

কাৰ ওপৰত ললোঁ তেন্তে প্ৰতিশোধ মই ?
আজি নিশা মত্ত হৈ বিহু উৎসৱত
জ্ঞাতি, বন্ধু, ভাই মোৰ লভিছে বিশ্ৰাম।
সপোনতো ভবা নাই কালসাপ হৈ
ময়ে যে দংশিলোঁ আজি সবাৰে বুকুত।
কালনিশা পুৱাব যেতিয়া, ভৰলী
ৰাঙলী হব জ্ঞাতিৰ তেজেৰে! বংশনাশ
হব মোৰ! খহিব মুকুটমণি অসম মাতৃৰ!
নিৰাশ্ৰয়া অসম-কুঁৱৰী
ভুগিব লাঞ্ছনা কত শত্ৰুৰ হাতত!
ময়েই কাৰণ তাৰ! চাই ৰম অকাতৰে
এই দৃশ্য মই! বুৰঞ্জীৰ পাতে পাতে
তেজৰ আখৰে জিলিকিব আখেকৰ
পৈশাচিক লীলা! উঃ—নোৱাৰোঁ ভাবিব আৰু!

( মিয়াচাহাব সোমাই আহে )

মিয়া—আদাব, গোহাঁইদেউ! সেনাপতিয়ে আপোনাক মাতিছে।

আখেক—( ভাবি ভাবি, মনতে ) ৰাতিৰাম ধন্য তই!
যদিওবা ক্ষুদ্ৰ সেনা, প্ৰাণ দিলি
অনায়াসে স্বদেশৰ হেতু! জ্ঞাতিদ্ৰোহী
আখেকক চিনি ললি মৃত্যুৰ কালত!
ইপুৰীত ভোগ কৰি নৰক যন্ত্ৰণা,
পাম গই সিপুৰী যেতিয়া, প্ৰতিশোধ
লবি তই তাৰ!
উঃ! মৰণতো শান্তি নাই মোৰ! ( ভাবে )

মিয়াচাহাব—( মনতে ) আৰে! আহোমটো বলিয়া হ'ল নেকি? ( ফুটাই ) শুনিছেনে গোহাঁইদেউ! আপোনাক সেনাপতিয়ে মাতিছে।

আখেক—কি ?

মিয়া—আপোনাক বোলো মাতিছে।

আখেক—কিয় মাতিছে কব পাৰানে ?

মিয়া—ৰণলৈ যাবলৈ।

আখেক—( মনতে ) ৰণলৈ যাবলৈ! কাৰ লগত ৰণ!
যাৰ আশ্ৰয়ত উঠিছিলোঁ কেচুৱাৰে পৰা,
যি জাতিৰ তেজ মঙ্গহেৰে গঠিত ই
দেহ মোৰ, তাৰেই বিৰুদ্ধে ৰণ!
জননী জনমভূমি! তোৰেই বুকুত বহুৱালোঁ
তীক্ষ্ণ অসি মোৰ! তাৰ আগে মৃত্যু মোৰ
ন'হল কি হেতু! হায়! অসম জননী!
মোৰ হেতু জল বায়ু তোৰ বিষাক্ত
ন'হল কিয়? কিয় মোক তুলিছিলি
অমৃত খুৱাই ?

মিয়া—( মনতে ) ইয়াৰ গতি বেয়া! আজি লাওপানী
সৰহকৈ ধৰিলে হবলা। ( ফুটাই ) গোহাঁইদেউ!
সেনাপতিক কি কমগৈ ?

আখেক—মই গৈছোঁ, তুমি ব'লা।

মিয়া—ভাল গোহাঁইদেউ ( মনতে ) যাওঁগৈ, কৰবাত কামুৰি দিব আকৌ। ( ওলাই যায় )

আখেক—বহুদূৰ আগুৱালোঁ। পাৰিমনে
উলটিব আৰু ? অসম্ভৱ! আজিৰ

পুৰতি নিশা নাহে আৰু উলটি ঘুনাই!
একমাত্ৰ নৰকৰ দ্বাৰ আছে মাথোঁ
মুকলি এতিয়া। অখণ্ডন ভাগ্যলিপি
মোৰ। চাওঁ শেষফল তাৰ।　　( যায়গৈ )

## পঞ্চম দৃশ্য—চামধৰা কোঠৰ দুৱাৰমুখ

( ইস্মাইল আৰু কৰিমে অসমীয়া সাজ পিন্ধি তহলি থাকে )

কৰিম—হেৰ ভলক! ৰাতি পুৱাবৰ হ'ল দেখোন! চাচোন, কিবা দেখিছনে ?

ইস্মাইল—একো নেদেখি অ'! গোটেইখন কুঁৱলীৰে ছাটি থৈছে।

( দূৰলৈ চায় )

কৰিম—সৌবোৰ বগা বগা কি বাৰু? চাচোন, লৰচৰ কৰি ফুৰিছে! এইবোৰ আমাৰ ঘোঁৰা নহয়নে ?

ইস্মাইল—আমাৰ ঘোঁৰাবোৰ হবলা এটাইবোৰ বগা ?

কৰিম—( দূৰলৈ চাই ) তই ভালকৈ চাচোন, লগত মানুহো আহিছে যেন পাইছোঁ।

ইস্মাইল—অ, হয় অ'! এই ফাললৈকে আহিছে। ঘোঁৰাবোৰ বগা কাপোৰেৰে ঢাকি কুঁৱলীৰ লগত মিলাই আনিছে হবলা!

কৰিম—ঠিয় হয়। এইবাৰ মই ভালকৈ দেখিছোঁ। চা, সৌৱা পালেহিয়েই।

( দূৰত বাঁহীৰ শব্দ )

ইস্মাইল—হয়, সেইয়া সেনাপতিৰ সঙ্কেত। ঠিক হৈ থাক।

( দুয়ো তহলি থাকে )

কৰিম—সৌৱা সেনাপতি পালেহি। ( তহলি থাকে )

( চৈঃ হাকিম সোমাই আহে। দুয়ো চেলাম দিয়ে।
চৈয়দ হাকিমে একাষে ঠিয় হৈ বাঁহীত ফু দিয়ে।
তাৰ পিছত আবাকাৰ, জোনাব খাঁ, সত্ৰাজিৎ
আৰু আন আন মুছলমান সেনাপতি আৰু
সৈন্যবিলাক দলে দলে আহি গড়ৰ
ভিতৰ সোমায় )

চৈঃ হাকিম—তহঁত দুটা ইয়াতে পৰ দি থাক। গড়ৰ ভিতৰৰ কাকো প্ৰাণ লৈ পলাব নিদিবি। আখেক গোহাঁই আহিলে কবি, তেওঁ ভিতৰলৈ যাব নালাগে। ইয়াতে থাকি এই দুৱাৰমুখ ৰক্ষা কৰিব।

( দুয়ো সম্মতিসূচক চেলাম দিয়ে। চৈয়দ হাকিম যায়গৈ )

কৰিম—এইবাৰ গত লাগিল অ' ভলক !

ইস্মাইল—অসমীয়া মখাৰ আজি মৰ টোপনি ধৰিছে।

কৰিম—লাওপানীৰ ছাটত কবই নোৱাৰে হবলা ! ডিঙ্গিত কোব পৰিলেহে যদি গম পায়।

ইস্মাইল—সৌটো কোনোবা এটা আহিছে অ' ! আমাৰ মানুহ নহয় যেন পাইছোঁ।

কৰিম—গুলি দিওঁ ?

ইস্মাইল—নিদিবি ৰ, সি ক'ত সাৰিব ? ওচৰ পাওকহি।

কৰিম—মোৰ নামটো ৰাতিৰাম নে কাতিৰাম অ' ?

ইস্মাইল—ৰাতিৰাম্। এতিয়া মনে মনে থাক।

কৰিম—( বাহিৰলৈ চাই ) অ' এওঁ আখেক গোহাঁই।

( আখেক গোহাঁই সোমাই আহি গড়ৰ ভিতৰলৈ সোমাব ধৰাত
পৰীয়া দুটাই বাধা দিয়ে )

**ইস্মাইল**—গোহাঁইদেউ। আপোনাক সেনাপতিয়ে ইয়াতে থাকিবলৈ কৈছে।

**আখেক**—কি? মোক ভিতৰলৈ যাব দিয়া নাই?

**ইস্মাইল**—নাই দিয়া। আপোনাক এই দুৱাৰমুখ ৰক্ষা কৰিবলৈ কৈছে।

**আখেক**—বাৰু। সৌ ভঙ্গা গড়ৰ মুখত কোন আছে কব পাৰনে?

**ইস্মাইল**—কব নোৱাৰোঁ। সেনাপতিয়ে সেই ফালেই অশ্বাৰোহী লৈ গৈছে।

**আখেক**—বাৰু, মই চাই আহোঁ। তহঁতে সাৱধানে থাকিবি।

(ওলাই যায়)

**কৰিম**—তাৰ মতলব কি? সেইফালেই কেনিবা ভিতৰ সোমায় বা?

**ইস্মাইল**—নোৱাৰে। তাতো মানুহ থৈ গৈছে।

**কৰিম**—সেনাপতিয়ে তাক বিশ্বাস নকৰেনে কি?

**ইস্মাইল**—কেনেকৈ কবি? সেনাপতিৰ কথা সেনাপতিয়ে জানে। আমাক যি হুকুম দিছে তাক কৰিম।

(দুয়ো তহলি থাকে)

## ষষ্ঠ দৃশ্য—কুঁৱৰীৰ বাহৰ

(কুঁৱৰী আৰু পদুমী কথা পাতি থাকে)

**কুঁৱৰী**—পদুমী! ফুকন দেখোন এতিয়াও উলটি নাহিল! মোৰ মনটো বৰ অস্থিৰ লাগিছে। এতিয়াও কাৰো সাৰ-সুৰ নাই দেখোন।

(দূৰত বন্দুকৰ শব্দ)

**পদুমী**—সেইটো কিহৰ শব্দ আইদেউ?

কুঁৱৰী—বন্দুকৰ শব্দ। নিশ্চয় মুছলমানে গড় আক্ৰমণ কৰিছে।

( ভিতৰত কোলাহল, বন্দুকৰ শব্দ আৰু “আল্লা হু আকবৰ” ধ্বনি )

পদুমী—সৰ্ব্বনাশ হ'ল আইদেউ! ভিতৰ সোমাল! আৰু ৰক্ষা নাই।

কুঁৱৰী—ফুকন আহিছেনে চোৱাচোন।

( ভিতৰত কোলাহল )

কুঁৱৰী—অস্থিৰ নহবা। চোৱাচোন, ইয়াত তৰোৱাল নাইনে?

( ভিতৰত বন্দুকৰ শব্দ )

( এজাক অসমীয়া ৰণুৱা চিঞৰ বাখৰ কৰি সোমাই অস্ত্ৰ-শস্ত্ৰ পেলাই লৰ ধৰে।)

কুঁৱৰী—তাঁৰে তৰোৱাল দুখন আনা। এখন তুমি লোৱা, এখন মোক দিয়া।

পদুমী—( তৰোৱাল আনি কুঁৱৰীক দিয়ে ) আমিনো কি কৰিব পাৰিম আইদেউ?

কুঁৱৰী—আত্মৰক্ষা কৰিব নোৱাৰিলে মৰিবলৈ প্ৰস্তুত হোৱা।

( বেগেৰে লাঙ্গি সোমাই আহে )

লাঙ্গি—আইকুঁৱৰী! সৰ্ব্বনাশ হ'ল! শীঘ্ৰে পলাওক।

কুঁৱৰী—কলৈ যাম? সেনাপতিসকলক লগ পালানে?

লাঙ্গি—কোন কেনি ভাগিল তত্‌কে ধৰিব নোৱাৰিলোঁ। এতিয়া নপলালে আৰু ৰক্ষা নাই।

পদুমী—তোমাৰ লগতনো কুঁৱৰী কেনেকৈ লৰ ধৰিব?

লাঙ্গি—দোলানো এতিয়া ক'ত পাওঁ? মানুহবোৰ যেনিয়ে তেনিয়ে ভাগিল।

কুঁৱৰী—সৈন্য সেনাপতি সকলো পলাল যদি তুমি অকল মোক জানো

ৰক্ষা কৰিব পাৰিবা? মোক মুছলমানে ধৰি নিলে বুলি তুমি গৈ স্বৰ্গদেওক বাতৰি দিয়াগৈ।

লাঙ্গি—( মনতে ) কাৰ লগত কোন মৰিব পাৰে! কম বাক ৰজাক যি কব লাগে। ( ফুটাই ) মোৰ প্ৰাণ থাকে মানে আইকুঁৱৰীক এৰি যাব নোৱাৰো। মই দোলা বিচাৰি যাওঁ।

( লাঙ্গি যায়গৈ )

( ভিতৰত, "জয় স্বৰ্গদেউ প্ৰতাপসিংহৰ জয়" বন্দুকৰ শব্দ আৰু কোলাহল )

পদুমী—আমাৰ মানুহ আটাইবোৰ পলোৱা নাই আইদেউ! চাওক চোন, কিছুমানে মতলীয়া হৈ ৰণ কৰিছে!

কুৱঁৰী—সৰহভাগ পলালে। এইখিনি মানুহ আৰু কিমান পৰ থাৱৰিব? সেইজন কোন আহোম বীৰ? চোৱাচোন, দুইহাতে অস্ত্ৰ চলাইছে!

( ভিতৰত কোলাহল আৰু মুছলমানৰ জয়ধ্বনি )

( মিয়াচাহাব আৰু আব্দুল্লা সোমাই আহে )

মিয়া—এহে! এই দুপাহি পদুম ফুল! এইখন বৰ মজাৰ দেশ অ'! আব্দুল্লা! বামতো পদুম ফুলে!

আব্দুল্লা—এপাহি মোৰ দেই মিয়াচাহাব?

মিয়া—ৰ, তোৰ! এতিয়া ছিঙ্গি নিব পাৰিলেহে! সোঁৱা হাতত কি আছে দেখা নাই?

আব্দুল্লা—আমি দুটা আছোঁ, বলে পাৰিম।

মিয়া—( আগ বাঢ়ি ) হেৰা পদুমীহঁত! এতিয়া নিজে ছিগি আহি মোৰ বুকুৰ এইখিনিত উঠিবাহি নে, মই ছিঙি আনিব লাগিব?

কুৱৰী—সাৱধান পিশাচ! ওচৰ চাপিলেই মৰিবি!
মিয়া—( পাছ ঘুঁহকি ) আব্দুল্লা! চাচোন আৰু কোনোবা আহিছেনে?
আব্দুল্লা—সৌৱা মহাৰাজ আৰু জোনাব খাঁ আহিছে।
মিয়া—বাৰু, এতিয়া কলৈ যাবা? চাবি আব্দুল্লা, পলাব নিদিবি!

( সত্ৰাজিৎ, জোনাব খাঁ আৰু কিছুমান মুছলমান
সৈন্য সোমাই আহে )

সত্ৰাজিৎ—ইকি! মহাৰাণী!
বৰ ভাগ্য দেখা পালোঁ আজি।
ৰাণী! বন্দী তুমি। স্বইচ্ছাৰে ধৰা দিয়া যদি,
অপমান নহব তোমাৰ। ত্যাগ কৰা
তৰোৱাল।
কুৱঁৰী—কাৰ সাধ্য, থাকোতে জীৱন,
বন্দী কৰে আহি মোক! সাৱধান!
আছে যদি মমতা প্ৰাণৰ,
নাচাপিবি কাষ মোৰ!
সত্ৰাজিৎ—হায় নাৰী, ইমানতো অহঙ্কাৰ!
তুচ্ছ কৰি প্ৰেম মোৰ, হ'লা গই সোমাৰৰ
ৰাজ-পাটেশ্বৰী! ক'ত সেই আহোম তোমাৰ?
কোনে আজি ৰাখিব তোমাক? ৰাখিবা
মনত ৰাণী! ক্ষত্ৰিয় সন্তানে
নাপাহৰে নিজ অপমান।
কুৱঁৰী—কাপুৰুষ! তয়েনে ক্ষত্ৰিয়?
তয়ে যদি ক্ষত্ৰিয় সন্তান, লুপ্ত আজি
পৃথিবীত ক্ষত্ৰিয়ৰ নাম! অতি নীচ!

অতি ক্ষুদ্ৰ তই! ভাবিছনে মোগলৰ
পদানত হই, জীয়ন্তে ধৰিবি মোক?

সত্ৰাজিৎ—নোৱাৰি সহিব আৰু
গৰবিনী নাৰীৰ বচন। হাবিলদাৰ!
বন্দী কৰা, কাঢ়ি লোৱা তৰোৱাল।

( জোনাব খাঁ আগ বাঢ়ে। বেগেৰে আখেক গোহাঁই আৰু
কিছুমান অসমীয়া সৈন্য আহি বাধা দিয়ে )

আখেক—সাৱধান সত্ৰাজিৎ!
নাচাপিবি কুঁৱৰীৰ কাষ।

সত্ৰাজিৎ—ইকি! আখেক? বিশ্বাসঘাতক!

আখেক—হব পাৰো বিশ্বাসঘাতক;
তোৰ দৰে নীচ কিন্তু নহওঁ কদাপি।
আহোম! ৰক্ষা কৰা কুঁৱৰীক; তুৰন্তে
আঁতৰ হোৱা। খোলা আছে পশ্চিম দুৱাৰ।
( কুঁৱৰীক ) মাতৃ! অপৰাধ নলব দাসৰ,
তুৰন্তে আঁতৰ হওক।
( কিছুমান অসমীয়া সৈন্যৰে কুঁৱৰী আৰু পদুমী যায়গৈ। )

সত্ৰাজিৎ—ধৰ্, পলাব নিদিবি।

আখেক—আহ্, কাৰ কেইটা মূৰ আছে।

( উভয় পক্ষৰ ৰণৰ অভিনয়। পট পৰে )

---

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য—ৰাজচ'ৰা

(প্ৰতাপসিংহ সিংহাসনত। সভাসদসকল কাষত ঠিয়
হৈ থাকে। লাঙ্গিয়ে একাষে আঁঠু লৈ
ৰণৰ বাতৰি দিয়ে)

প্ৰতাপ—কি কলি ফুকন! চামধৰাৰ কোঠ মুছলমানে কাঢ়ি ললে? আহোম সেনাপতিহঁতে পলাই প্ৰাণ ৰক্ষা কৰিলে? তই এই বাতৰি দিবলৈ উলটি আহিলি? তয়োতো এটা সেনাপতি; ৰণ এৰি পলালি কিয়?

লাঙ্গী—স্বৰ্গদেউ! বন্দী আইকুঁৱৰীৰ বাহৰ ৰখীয়া সেনাপতি আছিলোঁ।

প্ৰতাপ—তই বাহৰ-ৰখীয়া সেনাপতি? কুঁৱৰী নিৰাপদনে?

লাঙ্গি—বন্দী জীয়াই আছোঁ যেতিয়া স্বৰ্গদেৱে সেইটো আৰু বুজিবই পাৰিছে। আখেক গোহাঁই গৈ মুছলমানৰ লগ লাগি সিহঁতক গড়ৰ বাট পথ দেখুৱাই আনি যেতিয়া আমাৰ সৰ্ব্বনাশ কৰিলেহি, তেতিয়া বন্দীয়ে আইকুঁৱৰীক ৰক্ষা কৰো বুলি বাহৰলৈ লৰ ধৰিলোঁ। আইকুঁৱৰীয়ে বোলে, দোলা নহলে মই নাযাওঁ। বন্দীয়ে উপায় নাপাই দুলীয়া বিচাৰি গৈ গড়ৰ বাহিৰ হলোঁগৈ। তাৰপৰা দুলীয়া কেইটামান লৈ মৰোঁ জীওঁকৈ আকৌ গড়ৰ ভিতৰ সোমাবলৈ গৈ দেখিলোঁ, আমাৰ কিছুমান ৰণুৱাই আইকুঁৱৰীক লিগিৰীহঁতৰে সৈতে উলিয়াই লৈ আহিছে। মই সকলোকে লৈ গৈ চলাগড়ত বুঢ়াগোহাঁই ডাঙৰীয়াৰ হাতত শোধাই দি স্বৰ্গদেওক সংবাদ জনাবলৈ আহিলোঁ।

প্ৰতাপ—আখেক গোহাঁইৰ সংবাদ কি ?

লাঙ্গি—তেওঁ বোলে এতিয়া আকৌ আমাৰ লগ লাগিছে। বুঢ়া-গোহাঁই ডাঙ্গৰীয়াই তেওঁক আশ্ৰয় দিছে।

প্ৰতাপ—কি ? নিৰ্ব্বাসিত ৰাজদ্ৰোহীক আমাৰ আদেশৰ অপেক্ষা নকৰি আশ্ৰয় দিছে! যি শত্ৰুৰ লগ লৈ আমাৰ সৈন্য ধ্বংস কৰাই চামধৰাৰ কোঠ শত্ৰুৰ হাতত শোধাই দিলে তাক আশ্ৰয় দিছে! অসম্ভৱ! তাক ক্ষমা কৰা অসম্ভৱ! শুন ফুকন! চামধৰাৰ কোঠ পুনৰ লব নোৱাৰিলে আৰু এই ৰাজদ্ৰোহী আখেকৰ মূৰটো আমাৰ ওচৰলৈ পঠাব নোৱাৰিলে তহঁতৰ কাৰো নিস্তাৰ নাই!

লাঙ্গী—বন্দী প্ৰাণ দিবলৈ প্ৰস্তুত স্বৰ্গদেউ! কিন্তু বুঢ়াগোহাঁই ডাঙ্গৰীয়াই আশ্ৰয় দিছে যেতিয়া আখেক গোহাঁইকনো কেনেকৈ বন্দী কৰিব পৰা হব?

প্ৰতাপ—তোৰ হাতত আদেশ পত্ৰ দিয়া যাব। তই তুৰন্তে উলটি যাবি। কুৱঁৰীক জনাবি, তেওঁ উলটি আহি ৰাজধানী ৰক্ষাৰ ভাৰ লব। আমি নিজে ৰণলৈ যাম। আৰু বুঢ়াগোহাঁই ডাঙ্গৰীয়াক জনাবি, কামৰূপ অধিকাৰ নকৰাকৈ যেন তেওঁ উলটি নাহে; আৰু পলৰীয়া সেনাপতিহঁতক বন্দী কৰি মেখেলা একোখন পিন্ধাই পঠাই দিবলৈ কবি।

লাঙ্গি—ভাল স্বৰ্গদেও!

(সেৱা কৰি যায়গৈ)

## দ্বিতীয় দৃশ্য—চলাগড়

( বুঢ়াগোহাঁই আৰু আখেক )

বুঢ়াগোহাঁই—বোপা! সেনাপতি সুন্দৰ গোহাঁইৰ
সুযোগ্য সন্তান তুমি। অস্ত্ৰধাৰী আহোম
সন্তান কিয় হলা জাতিদ্ৰোহী এনে?
ৰাজদত্ত এই অস্ত্ৰ কোন সতে তুমি
তুলিছিলা ৰজাৰ বিৰুদ্ধে? উচ্চবংশী
আহোমৰ বংশধৰ হই, কিয় হলা
নীচমনা এনে?

আখেক—ডাঙ্গৰীয়া! ৰক্ষকে ভক্ষক কিয়?
ৰজা কিয় অত্যাচাৰী এনে?

বুঢ়া গোঃ—কোনে বোলে অত্যাচাৰী ৰজা?
ইন্দ্ৰবংশী ৰাজকুলতিলক ৰজাই
যথাযোগ্য ৰাজধৰ্ম্ম কৰিছে পালন।
ধৰ্ম্ম বিচাৰত ভুগিছিলা ৰাজদণ্ড তুমি।
জানো আমি সকলো কাহিনী। সেনাপতি হই,
সুবুজিলা কৰ্ত্তব্য নিজৰ।

আখেক—ডাঙ্গৰীয়া! কোৱা নাই সেই কথা মই।
দোষ চাই দণ্ড মোক বিহিলে ৰজাই;
নাই তাত কবলই মোৰ। কিন্তু ডাঙ্গৰীয়া!
দুৰ্ব্বলৰ ৰক্ষাৰ কাৰণে ৰাজদণ্ড
শোভা পায় ৰজাৰ হাতত। নাৰীৰ
ৰক্ষক ৰজা। ৰজা হৈ কৰে যদি

নাৰীৰ পীড়ন, কদাপি নহয় তেওঁ
যোগ্যজন ৰাজ আসনৰ। কৰো যদি
প্ৰতিকাৰ তাৰ, নোৱাৰে পৰ্শিব মোক
ৰাজদ্ৰোহ পাপে।

বুঢ়া গোঃ—নুবুজিলোঁ কথা!
কাৰ ওপৰত অত্যাচাৰ কৰিলে ৰজাই?

আখেক—দোষ চাই দণ্ড পালো মই।
অবাৰত নিৰাশ্ৰয়া ৰূপহীক মোৰ,
কিয় কৰে পীড়ন ৰজাই? ৰজা হৈ
পৰৰ নাৰীত কিয় দিয়ে নীচ চকু?

বুঢ়া গোঃ—আচৰিত কথা!
শুনা নাই এনে কথা আমি!
সকলো তোমাৰ ভ্ৰম! কাৰ মুখে
শুনিছিলা তুমি?

আখেক—মোৰ ভ্ৰম! অসম্ভৱ!
শুনিছোঁ লাঙ্গিৰ মুখে সকলো কাহিনী।
নিৰ্ব্বাসিত কৰি মোক, ৰূপহীক বন্দী কৰি
ৰাখিছে ৰজাই। মোৰ মনে, নাই আৰু
ৰূপহী জীয়াই। ডাঙ্গৰীয়া! কুৱঁৰীৰ
ৰক্ষাৰ কাৰণে যদিওবা স্বজাতিৰ
লগ ললো মই, ৰাখিব মনত নিতে,—
প্ৰতাপৰ চিৰশত্ৰু মই। ইচ্ছা যদি কৰে,
থব পাৰে বন্দী কৰি মোক, কিম্বা,
দিব পাৰে ৰজাৰ হাতত। নাভাবিব
মৃত্যুৰ ভয়ত মাগিছোঁ আশ্ৰয় বুলি।

বুঢ়া গোঃ—ক্ষান্ত হোৱা। অবিবেকী তুমি!
আগ-পাছ নুগুণা একোকে।
( ভিতৰলৈ চাই ) কোন আছ?

( এটা পৰীয়া সোমাই আহি সেৱা কৰে )

বুঢ়া গোঃ—মাতি আন লাঙ্গি ফুকনক।
পৰীয়া—দেউতা ঈশ্বৰ! ফুকন দেউতা গড়গাওঁৰপৰা উলটি পোৱাহি নাই।
বুঢ়া গোঃ—বাৰু, যাব পাৰ তই।
শুনাবি আদেশ মোৰ গোহাঁই সৱক,—
আজি নিশা আধা সৈন্য লৈ উলটিম
নিজে মই ৰাজধানীলই। সৈন্য-সেনাপতি
তুৰন্তে প্ৰস্তুত হ'ক ৰণৰ সাজেৰে।
পৰীয়া—ভাল দেউতা ঈশ্বৰ!

( পৰীয়া যায়গৈ )

বুঢ়া গোঃ—চিনিবা এদিন
বন্ধুৰূপী শত্ৰুক তোমাৰ। পিশাচৰ
ছলনাত পৰি দোষিছা ৰজাক তুমি।
ৰাজদ্ৰোহী তুমি! স্বদেশ-স্বজাতি এৰি,
বঙ্গালৰ লগ লই, ধ্বংস কৰি চামধৰা কোঠ,
কিয় তুমি আহিলা উলটি? নাজানানে
ৰজাৰ কোঁপত অকালতে হেৰুৱাবা প্ৰাণ?
আখেক—ডাঙ্গৰীয়া! ৰখা নাই মমতা প্ৰাণৰ।
প্ৰতিহিংসা কামনাৰে, যদিওবা জ্ঞাতিদ্ৰোহী মই,
জন্মভূমি পৰাধীনা হোৱা নসহিল

প্ৰাণে মোৰ। যেতিয়া দেখিলোঁ মই,
অসম-কুৱঁৰী নিৰাশ্ৰয়া শত্ৰুৰ হাতত,
নুগুণিলো আগ-পাছ একো। ডাঙ্গৰীয়া!
মৃত্যুৰ কাৰণে সততে প্ৰস্তুত মই।
একমাত্ৰ অনুৰোধ মোৰ, পাওঁ যেন
অনুমতি স্বদেশৰ হেতু, দিবলই
প্ৰাণ বিসৰ্জ্জন।

বুঢ়া গোঃ—বুজিছোঁ। চিনিছোঁ তোমাক।
আৱাহন স্বৰ শুনি মাতৃ-যজ্ঞলই
আহিছা উন্মত্ত হই; কাৰ সাধ্য ৰোধিব তোমাক?
যোৱা নাই অধঃপাতে তুমি। জয়ী হলে
ইবাৰ ৰণত, নিজ প্ৰাণ আগ কৰি
ৰাখিম তোমাক। বুজাম ৰজাক নিজে।
বৃদ্ধমন্ত্ৰীৰ অনুৰোধ ৰাখিব ৰজাই।
পাবা তুমি যশ-মান ঘূৰি। যোৱা বীৰ!
সাজু হোৱা; তোমাক হাতত লই,
কাঢ়ি লম আজি নিশা চামধৰা কোঠ!
যত দিন স্বদেশৰ হেতু, ইদৰে কান্দিব নিতে
আহোমৰ প্ৰাণ, কাৰ সাধ্য স্বাধীনতা
কৰিব হৰণ? অসমৰ ধ্বংস কাললই
এতিয়াও আছে বহুদিন। যোৱা,
গুপুতে প্ৰস্তুত হোৱা। নহয় প্ৰকাশ
যেন উদ্দেশ্য আমাৰ।

আখেক—যি আদেশ ডাঙ্গৰীয়া!

(প্ৰণাম কৰি যায়গৈ)

বুঢ়া গোঃ—পিশাচৰ ষড়যন্ত্ৰ!
বুজিছোঁ এতিয়া মই কাৰ চক্ৰান্তত
নিৰ্ব্বাসিত নিৰ্দ্দোষী আখেক! কাৰ চক্ৰান্তত
ৰাজদ্ৰোহী দেশভক্ত বীৰ! স্বাৰ্থপৰ
পিশাচৰ নেদেখোঁ অসাধ্য একো!
ওৰ লম ৰণৰ শেহত। ( যায়গৈ )

## ৩য় দৃশ্য—ভৰলীমুখৰ হাবিৰ দাঁতি

( চেংধৰা সোমাই আহে )

চেংধৰা—সি এতিয়া সেনাপতি, তাক লগ পোৱাই টান। নহয়, ইয়াত থকাৰপৰা একো লাভ নাই। মই উজনিলৈহে যাওঁগৈ। আখেক গোহাঁইৰ কোনো আপোন মানুহ আছে যদি তেওঁৰে সহায় লওঁগৈ। আখেক এতিয়া পুনৰ ইফলীয়া হৈছে যেতিয়া, সি যেনে-তেনে তেওঁক আঁতৰাবলৈ চেষ্টা কৰিব। কোনো উপায়েৰে ৰজাৰ চোৰাংচোৱা হৈ লব পাৰিলে তাৰ গতি-বিধি চাব পাৰিম। ( নিলগলৈ চাই ) এই দুটা বঙ্গাল নেকি? ইহঁতৰ বা হাবিৰ ফাললৈ অহাৰ উদ্দেশ্য কি? চাওঁচোন কি কৰে। ( লুকাই থাকে )

( কথা পাতি পাতি গোবিন্দ আৰু সত্ৰাজিৎ সোমাই আহে )

গোবিন্দ—আপুনি যদি মুছলমানৰ লগ এৰি প্ৰতাপসিংহৰ লগ লব খুজিছে, তেন্তে মোক এইবিলাক কামত লগোৱাৰ উদ্দেশ্য কি?

সত্ৰাজিৎ—আপুনি মোৰ আচল উদ্দেশ্য বুজা নাই। মই ভাঙ্গিপাতি কওঁ, শুনক। আপুনি নিশ্চয় জানিব, নবাবে অসমীয়াক

কেতিয়াও বলে নোৱাৰে। আৰু পাৰিলেনো আমাৰ লাভ কি? দুয়ো পক্ষ ৰণ কৰি জুৰুলা হলেই আমাৰ লাভ। সেই কাৰণে যাতে এই সন্ধি নহয় তাৰ উপায় চিন্তিবলৈকে মই এই ফলীয়া হব খুজিছোঁ। তেতিয়া হলে আহোম সেনাপতিসকলৰ ভিতৰৰ কোনো কোনোক হাত কৰিব পৰাও আশা থাকে।

গোবিন্দ—পাছে যদি প্ৰতাপসিংহ ৰণত হাৰে, তেন্তে নবাবে আপোনাক সুখেৰে এৰিবনে?

সত্ৰাজিৎ—মই নবাবক আগেয়ে বুজাই থম যে, প্ৰতাপসিংহক ছলনা কৰিবলৈকে মই দেখুৱাই তেওঁৰ লগ লব খুজিছোঁ।

গোবিন্দ—সেইটো বুদ্ধি বেয়া হোৱা নাই। পাছে উজনিৰ মোৰ দলটোৱে কি কৰিম বুলি ভাবিছে?

সত্ৰাজিৎ—মুছলমান যদি ৰণত হাৰি আহোম ৰাজ্য এৰি যায়, তেন্তে এই বিদ্ৰোহী দলটো আৰু শকত কৰি ছল চাই গড়গাওঁ আক্ৰমণ কৰি প্ৰতাপসিংহৰ সিংহাসন কাঢ়ি লবলৈ চেষ্টা কৰিম। যদি প্ৰতাপসিংহ ৰণত হাৰে তেতিয়া হলে নবাবৰ ফলীয়া হৈ এই দলটোৱে ৰাজধানী আক্ৰমণ কৰিম। ৰাজধানী দখল কৰিব পাৰিলে বাদছাহে আমাক উপযুক্ত পুৰস্কাৰ দিব। এতিয়া ক'কচোন উজনিত আপোনাৰ কিমানদূৰ কাম হৈছে?

গোবিন্দ—মোৰ দলটো এতিয়া শকতেই হৈ উঠিছে। দুজনমান কোঁৱৰ আৰু গোহাঁইকো হাত কৰিছোঁ।

সত্ৰাজিৎ—বাৰু, এই ৰণলৈ অহা আহোম সেনাপতিসকলৰ মতি-গতি কেনে যেন দেখিলে? কাৰবাক পোনাব পাৰিমনে?

গোবিন্দ—প্ৰায় আটাইবিলাকেই ৰাজভক্ত; দেশৰ হকে প্ৰাণ দিবলৈ

প্ৰস্তুত। কেৱল লাঙ্গি নামেৰে ফুকন এজনৰ চলন-ফুৰণ দেখি মোৰ অলপ সন্দেহ হয়।

সত্ৰাজিৎ—বাৰু, এই লাঙ্গিকে মই হাত কৰিবলৈ চেষ্টা কৰিম। আপুনি উজনিলৈ উলটি য'কগৈ। ৰজাও যদি ৰণলৈ আহে, তেন্তে আপোনাৰ আৰু সুবিধা হব। পাছে, চাব আকৌ, ধৰা পৰিব লাগিলে সকলো পণ্ড হব। এতিয়া মই আহোঁ।

( দুয়ো দুফালে যায়গৈ )

( চেংধৰা সোমাই আহে )

চেংধৰা—বাৰুটো অ'! প্ৰতাপসিংহৰ সিংহাসন কাঢ়ি লব? উঃ! বঙ্গালটোৰ ফন্দী হলে শলাগিব লগীয়া! হওক তেও, মোৰ প্ৰভুৰ বন। ইমান দিন ঘূৰি-ফুৰি এইবাৰ এটা উপায় পালো। এতিয়া উজনিলৈ গৈ এই গোবিন্দাইৰ দলটোক ধৰাই দিব পাৰিলে ৰজাৰ বিশ্বাসী চোৰাংচোৱা বাব লৈ লাঙ্গিৰ পাচত লাগিব পৰা হব। বঙ্গালটোৱে যদি সঁচাকৈয়ে তাক হাত কৰি লব পাৰে, তেন্তে আৰু কথাই নাই। সি বান্দৰে এদিন মোক চিনি পাব।

( যায়গৈ )

## চতুৰ্থ দৃশ্য—চামধৰা কোঠৰ ভিতৰত মুছলমানৰ বাহৰ

( চৈঃ হাকিম, চৈঃ আবাকাৰ, জোনাব খাঁ, মিয়াচাহাৰ আৰু আন আন মুছলমান সেনাপতিসকলে বহি কথা পাতে। নাচনীহঁতে গীত গাই নাচে। )

( গীতৰ অন্তত সত্ৰাজিৎ সোমাই আহে। )

চৈঃ হাকিম—কি সংবাদ মহাৰাজ?

সত্ৰাজিৎ—সেনাপতি! উলটিল চোৰাংচোৱা মোৰ।
আজি নিশা আধা সৈন্য লৈ উলটিব
ঘাইমন্ত্ৰী ৰাজধানীলই। দেশদ্ৰোহী বুলি
আখেকক বন্দী কৰি শোধাব ৰজাক।
চলাগড় ৰক্ষা হেতু ৰব মাথোঁ আধা সৈন্য
ৰাণীৰ লগত।

আবাকাৰ—নুবুজিলোঁ কথা!
ৰাণীক অকলে এৰি কিয় যাব
ঘাইমন্ত্ৰী আধা সৈন্য লই?
নহয় বিশ্বাস মোৰ।

সত্ৰাজিৎ—সেনাপতি! সন্দেহৰ নেদেখো কাৰণ।
অসমীয়া সাজ পিন্ধি চোৰাংচোৱা মোৰ
অনায়াসে প্ৰৱেশি গড়ত, নিজ কাণে
শুনিলে সকলো। এতে পৰে আধা সৈন্য
আছে মাথোঁ ৰাণীৰ লগত। চলাগড়
কাঢ়ি লবলই সুন্দৰ সুযোগ এয়ে।
ৰাণীও পৰিব ধৰা।

চৈঃ হাকিম—নোৱাৰি বুজিব একো!
মোৰ মনে ছলনা নিশ্চয়! কুৱঁৰীক
নিৰাশ্ৰয়া ভাবি আক্ৰমণ কৰো যদি,
আনদলে পাছফালে আক্ৰমিব আহি।
আহোমৰ এয়েই উদ্দেশ্য। আজি নিশা
নেৰো আমি গড়। আগ-পাছ গুণি
কৰিম কৰ্ত্তব্য স্থিৰ ৰাতি পুৱাতেই।

মিয়াচাহাব—হয় জনাব! এই নিশাখন যাবৰ কি দৰ্কাৰ? দিনে-
পোহৰে চাই-চিতি কাম কৰিব লাগে।

চৈঃ হাকিম—সেয়ে ভাল।
মহাৰাজ! কৰক বিশ্ৰাম আজি।
ক্লান্ত মোৰ সৈন্য-সেনাপতি।
আজি নিশা কৰক বিশ্ৰাম সৱে।

মিয়া—হয় জনাব! ঠিক কৈছে। মহাৰাজ! আহক, বহক। এই!
তহঁতে নাচ্।

( নাচনীহঁতে নাচে, আৰু সেনাপতিসকলে বহি কথা পাতে )

( নিলগত কোলাহল )

চৈঃ হাকিম—শুনাচোন, কিহৰ গোলমাল?
মিয়া—চিপাহীমখাই ধেমালি কৰিছে হবলা জনাব!

( নিলগত বন্দুকৰ শব্দ আৰু কোলাহল )

চৈঃ হাকিম—নিশ্চয় বিপদ কিবা!
আবাকাৰ উঠা শীঘ্ৰে, সাজু হোৱা।

( ভিতৰত অসমীয়াৰ জয়ধ্বনি আৰু কোলাহল )

চৈঃ হাকিম—আহোমৰ জয়ধ্বনি!
অতৰ্কিতে আক্ৰমিলে আহি।
যাৰ ইচ্ছা আহা শীঘ্ৰে,
যুঁজিম প্ৰাণান্তে আমি। ( বেগেৰে যায়গৈ )

সত্ৰাজিৎ—( আবাকাৰক ) সেনাপতি! অবাবত প্ৰাণ দিয়া
নেদেখোঁ সকাম। নিশ্চয় হাৰিম আমি,
আঁতৰিলে প্ৰাণৰক্ষা হয়।

চৈঃ আবাকাৰ—কি কলি কাফেৰ! আঁতৰিম
প্ৰাণৰ ভয়ত? তই তোৰ ক্ষুদ্ৰ প্ৰাণ লৈ
যাব পাৰ আঁতৰি নিজেই। কাপুৰুষ!
তোৰ দোষতেই ইহেন বিপদ আজি।

( এফালে মুছলমান সেনাপতিসকল আৰু আনফালে
নাচনীহঁত বেগেৰে যায়গৈ )

সত্ৰাজিৎ—গোঁৱাৰবোৰ এনেকৈয়ে মৰে। আমাৰ মৰিবৰ গৰজ কি?

মিয়া—আৰে! আটাইবোৰ গ'লগৈ। মই কি কৰোঁ? মোৰ ঘোঁৰা ক'ত?

সত্ৰাজিৎ—ঘোঁৰা কেলৈ মিয়াচাহাব? আপুনি কি যুদ্ধ কৰিব? আহক, পলাওঁ।

মিয়া—আৰে, পলাবলৈকেতো ঘোঁৰা বিচাৰিছোঁ। ইমানটো গা লৈ লৰ ধৰোঁ কেনেকৈ?

সত্ৰাজিৎ—পলাব নোৱাৰ যদি মৰ্ তেন্তে।

( সত্ৰাজিৎ যায়গৈ )

মিয়া—মহাৰাজ! ৰব, মোক নেৰিব।　　( লৰ ধৰে )

( ভিতৰত অসমীয়াৰ জয়ধ্বনি। জোনাব খাঁ আৰু কিছুমান
মুছলমান সৈন্যৰ লগত ৰণ কৰি কৰি আখেক
সোমাই আহে। জোনাব খাঁ পৰে আৰু
সৈন্যবিলাক পলাই যায় )

আখেক—কি সুন্দৰ মৃত্যুলীলা!
জ্বলি উঠ প্ৰলয়ৰ জুই; বীৰ শোণিতেৰে
পূৰ্ণাহুতি আজি তোৰ!

( ভিতৰত কোলাহল আৰু পুনঃ পুনঃ বন্দুকৰ শব্দ )

মুচুৰি উতলা গুলি! আছে মোৰ
কাৰ্য্য অৱশেষ। যি হাতে ভাঙ্গিলোঁ
সেই হাতে পাতিম পুনৰ। নতু এই
শাৰী শাৰী ৰাঙ্গলী গুলিয়ে, মূৰ্ত্তিমান
প্ৰলয় অগ্নিয়ে, চিৰশান্তি দিব মোক।
থাকে মানে শত্ৰু অৱশেষ, থাকে মানে
শৰীৰত তেজ, নেৰো এই মৃত্যু লীলাভূমি।

( ভিতৰত বন্দুকৰ শব্দ। আখেক যাব খোজোতে
চৈঃ হাকিমে বাধা দিয়ে )

চৈঃ হাকিম—চয়তান কাফেৰ।
বিচাৰিছোঁ তোকে মই। নপঠালে
জাহান্নমে তোক, মৰণতো শান্তি নাই
মোৰ। ( অস্ত্ৰাঘাত কৰে )

আখেক—( অস্ত্ৰাঘাত নিবাৰণ কৰি ) সেনাপতি! অসহায়
তুমি। অস্ত্ৰধাৰী আহোমক নোৱাৰিবা
অকলে কদাপি। জন্মভূমি ৰক্ষাৰ কাৰণে
মতলীয়া অসমীয়া আজি। চউপাশে
প্ৰলয়ৰ অগ্নিৰ মাজত, পুৰি মৰা
কিয় বীৰ! নাই মোৰ শত্ৰুতা তোমাৰে।
যোৱা তুমি নকৰোঁ বাৰণ।

চৈঃ হাকিম—বিশ্বাসঘাতক! সুভুলোঁ কথাত তোৰ।
মৃত্যুৰ ভয়ত যদিও কাতৰ তই,
তথাপি নকৰোঁ ক্ষমা। ( অস্ত্ৰাঘাত কৰে )

আখেক—( অস্ত্ৰাঘাত নিবাৰণ কৰি ) মৃত্যুভয় ?
আহোমৰ মৃত্যুভয়! চোৱা তেন্তে,
আত্মৰক্ষা কৰা। ( আক্ৰমণ কৰে )

( ৰণ কৰি কৰি দুয়ো ওলাই যায়। ভিতৰত
অসমীয়াৰ জয়ধ্বনি )

### পঞ্চম দৃশ্য—ভৰলীৰ দাঁতি

( জয়ধ্বনি কৰি অসমীয়া সৈন্যবিলাক আৰু বুঢ়াগোহাঁই
সোমাই আহে )

বুঢ়া গোঃ—ক্ষান্ত হোৱা। নাই আৰু ৰণৰ সকাম।
বন্দী হ'ল ঘাই সেনাপতি। নাই আৰু
শত্ৰু অৱশেষ। চোৱা সৌ ভৰলী মুখত
শাৰী শাৰী বঙ্গালৰ নাও, সিপাৰত
শাৰী শাৰী শত্ৰুৰ বাহৰ ;—আহা যাওঁ,
লুটি আনো যি পাওঁ আগত। সত্ৰাজিৎ
নপৰিল ধৰা। পাৰা যদি বন্দী কৰা তাক।

সৈন্যসকল—জয় স্বৰ্গদেও প্ৰতাপসিংহৰ জয়!
( সকলো বেগেৰে ওলাই যায় )

( ৰণশ্ৰান্ত বেশে আখেক সোমাই আহে )

আখেক—নিমাত সকলো! সাঙ্গ কৰি ধ্বংসলীলা
প্ৰলয় অগ্নিয়ে লভিছে বিশ্ৰাম যেন!
মুক্ত আজি জন্মভূমি মোৰ! জননীৰ
শুভ আশীৰ্ব্বাদ ৰাজ-অনুগ্ৰহ ৰূপে,

ধাৰাষাৰে বৰষিব বিজয়ীৰ উন্নত শিৰত!
কিন্তু, কোনে জানে কি আছে ভাগ্যত মোৰ!
মৰিবতো নোৱাৰিলোঁ! কতবাৰ মৰোঁ
বুলি গৈ, অনিচ্ছাৰে আত্মৰক্ষা কৰি,
বাৰে বাৰে আহিলোঁ ওলাই! বুকু পাতি
মৃত্যুৰ মুখত, মানস চকুৰে মোৰ
দেখো সেই বিষাদ প্ৰতিমা! নিদিয়ে
মৰিব মোক! বাৰে বাৰে সপোনতে যেন
কৈ যায় কাণে মোৰ,—'নিৰাশ্ৰয়া
মই, নাযাবা অনাথা কৰি আচহুৱা
সংসাৰ হাটত! নেৰিবা অকলে মোক!'
হায়! সোণৰ প্ৰতিমা! চিৰ অনাথিনী কৰি
পাৰোঁনে এৰিব স্বইচ্ছাই অকলে তোমাক?
এৰা নাই আশা মই। তোমাৰ কাৰণে,
নত কৰি উচ্চ শিৰ, তুচ্ছ কৰি শত
অপমান, ক্ষমা ভিক্ষা কৰিম ৰজাক।
পাওঁ যদি সেই দিন ঘূৰি, পাওঁ যদি
স্থান মোৰ অসমৰ পবিত্ৰ বুকুত,
নিৰ্বিচাৰো একো আৰু! আহা!
কত্ত শত অতীতৰ সোঁৱৰণী আহি
কৰিছে আকুল মোক! আহিবনে সেই দিন?
পামনে পুনৰ দেখা অসম শিশুৰ
প্ৰাণ ভৰা হাঁহিমুখ! পামনে পুনৰ
দিখৌৰ নিৰ্ম্মল বায়ু মৃত-সঞ্জীৱনী,—
পাৰে পাৰে যাৰ, হাতে হাতে অস্ত্ৰ লই

মৃত্যুৰে ধেমালি কৰে অসম সন্তানে,
মিলিমনে ময়ো তাত ? মুক্ত অসমৰ
চিৰ স্বাধীনতাপ্ৰিয় জীয়াৰী সবৰ,
স্বাধীনতা ৰক্ষা হেতু উদগণি সুৰ
শুনিমনে আৰুবাৰ মই ? সবাৰে মাজত
দেখিমনে পুনৰ সেই হাঁহিটি তোমাৰ ?
জীৱনৰ ধ্ৰুৱতৰা মোৰ ! জগালা আশাৰ কথা
নিৰাশ প্ৰাণত ! হবনে সফল মোৰ
দিঠকৰ সোণৰ সপোন ?

( তেজ লগা তৰোৱাল কিছুমান লৈ এটা চাওদাং সোমাই আহে )

আখেক—কোন তই ?

চাওদাং—মই চাওদাং দেউতা ঈশ্বৰ ! গোহাঁইসকলৰ তৰোৱালবোৰ ধুবলৈ আনিছোঁ।

আখেক—গড়ৰ ভিতৰত বঙ্গাল আটাইবোৰ বন্দী হ'লনে ?

চাওদাং—জীয়াই থকা সোপাকে বন্দী কৰি থৈছে। গোহাঁইসকলে এতিয়া বিশ্ৰাম কৰিছে। দেউতা ঈশ্বৰৰ তৰোৱালখনো মোক ধুবলৈ নিদিয়ে জানো ?

আখেক—বাৰু নে, শীঘ্ৰে দি যাবিহি।

চাওদাং—ভাল দেউতা-ঈশ্বৰ ! ( তৰোৱাল লৈ গুচি যায় )

আখেক—( ভাবি ভাবি ) আছেনে ৰূপহী ভালে ?
মিছা যদি লাঙ্গিৰ বচন, নাই একো
চিন্তাৰ কাৰণ। কিন্তু, আচৰিত কথা !
লাঙ্গিৰ অনিষ্ট মই সপোনতো চিন্তা
কৰা নাই ! কিয় তেন্তে বিনা কাৰণত
উচটালে আহি মোক ধ্বংস পথলই ?

হব পাৰে সকলো সম্ভৱ! তাৰ দোষতেই
ৰাজদণ্ড পাই মই পথৰ ভিখাৰী!
আনফালে পদোন্নতি তাৰ! আছে কিবা
গুপুত কাহিনী। বুজিম এদিন মই।

( চাওদাং বৰুৱা আৰু কিছুমান চাওদাং সোমাই
আহি আখেকক বেৰি ধৰে )

চাঃ বৰুৱা—গোহাঁইদেও! আপুনি বন্দী!

আখেক—বন্দী! কাৰ আদেশত?

চাঃ বৰুৱা—স্বৰ্গদেওৰ আদেশ। বন্দী কৰ।

( চাওদাংহঁতে আখেকক বন্দী কৰে )

আখেক—মোৰ প্ৰতি ৰজাৰ কি আদেশ? মোক বন্দী কৰি কলৈ নিবা?

চাঃ বৰুৱা—আপোনাৰ প্ৰাণদণ্ডৰ আদেশ হৈছে। এতিয়াই সেই কাৰ্য্য সমাধা হব। লৈ যা।

( চাওদাংহঁতে নিবলৈ ধৰে )

আখেক—চাওদাং বৰুৱা! ৰজাৰ আদেশ তুমি অৱশ্যে পালন কৰিবা। অলপ অপেক্ষা কৰা, বুঢ়াগোহাঁই ডাঙৰীয়া সিপাৰৰপৰা আহক।

( অকস্মাৎ লাঙ্গি সোমাই আহে )

লাঙ্গি—চাওদাং বৰুৱা! তুমি পলম কৰিছা কিয়? স্বৰ্গদেওৰ আদেশ তৎক্ষণাৎ পালন কৰিব লাগে। লৈ যোৱা।

আখেক—লাঙ্গি!

চাঃ বৰুৱা—বন্দীয়ে বুঢ়াগোহাঁই ডাঙৰীয়া আহিবলৈ বাট চাবলৈ কৈছে।

লাঙ্গি—কোনো আৱশ্যক নাই। স্বৰ্গদেওৰ আদেশৰ ওপৰত তুমি আৰু কাৰো আদেশৰ অপেক্ষা নকৰিবা, কৰিলে জগৰীয়া হবা। লৈ যোৱা।

আখেক—মই বুজিছোঁ, ই তোৰ ষড়যন্ত্ৰৰ ফল!

লাঙ্গি—বন্দীৰ বকনি শুনিবৰ তোমাৰ কোনো আৱশ্যক নাই। শীঘ্ৰে লৈ যোৱা।

চাঃ বৰুৱা—বল। ( চাওদাংহঁতে আখেকক টানি নিয়ে )

আখেক—পিশাচ! মৃত্যুৰ ভয়ত মই কাতৰ নহওঁ! কিন্তু তোক যে মই প্ৰতিফল দিবলৈ নাপালোঁ!

( আখেকক লৈ চাঃ বৰুৱা আৰু চাওদাংহঁত যায়গৈ )

লাঙ্গি—( ইফালে-সিফালে চাই ) সোনকালে কামটো সমাধা হলেই হয় এতিয়া। বুঢ়াগোহাঁই আহি পালেহি বা আকৌ কি কৰে! হওঁতে স্বৰ্গদেওৰ আদেশ-পত্ৰ আছে, বাধা দিব নোৱাৰে। ( দূৰলৈ চাই ) অ', সেইখিনিতে দিহা কৰিছে! আৰু পলম নাই। আজিহে মই সুখেৰে শুব পাৰিম। এই আপদটো নগলেমানে মোৰ শোৱন-খাৱন নাছিল। অ, সৌৱা ডাঙ্গৰীয়াও পাৰ হৈ আহিল! আহক বাৰু, এইখিনিতে অলপ পৰ কথা পাতি ৰাখিলেই কাম চলিব।

( বুঢ়াগোহাঁই আৰু সৈন্যসকল সোমাই আহে )

বুঢ়া গোঃ—( সৈন্যসকলক ) ৰণৰ সজুলি
আৰু বন্দীসকলক ৰাখা গই
ভৰলী গড়ত। ৰজা হব দৰঙ্গত
বলিনাৰায়ণ। হব লাগে আয়োজন তাৰ
জনাবা আদেশ্ মোৰ গোহাঁই সবক।

সৈন্যসকল—জয় মহাৰাজ বলিনাৰায়ণৰ জয়।

( যায়গৈ )

লাঙ্গি ( আগ বাঢ়ি আহি প্ৰণাম কৰে )

বুঢ়া গোঃ—কোন ? লাঙ্গি !

কেতিয়া আহিলা তুমি ? ভালনে ৰজাৰ ?

লাঙ্গি—ডাঙ্গৰীয়া ! আজি পুৱতি নিশাতে পালোঁহি। স্বৰ্গদেওৰ সকলো মঙ্গল।

বুঢ়া গোঃ—বাৰু, যোৱা তুমি,

কৰা গৈ খন্তেক বিশ্ৰাম। নাপালে

আদেশ মোৰ, গড় এৰি নাযাবা আঁতৰি।

( যাব খোজে )

লাঙ্গি—ভাল ডাঙ্গৰীয়া ! পাছে স্বৰ্গদেৱে ডাঙ্গৰীয়ালৈ অলপ বাতৰি পঠাইছে।

বুঢ়া গোঃ—( উলটি ) শিৰোধাৰ্য্য ৰাজ আজ্ঞা।

কোৱা, কি আদেশ মোৰ প্ৰতি ?

লাঙ্গি—প্ৰথমবাৰ ৰণত ঘাটি যিসকল সেনাপতি পলাই গৈছিল তেওঁ-লোকক বন্দী কৰি মেখেলা একোখন পিন্ধাই পঠাই দিবলৈ কৈছে ; আৰু কামৰূপ অধিকাৰ নকৰালৈকে ডাঙ্গৰীয়াক উলটি যাবলৈ মানা কৰিছে।

বুঢ়া গোঃ—ৰাজ আজ্ঞা অৱশ্যে পালিম।

তুমিও তো পলৰীয়া, নহবনে

একে দশা তেনে ?

লাঙ্গি—ডাঙ্গৰীয়া ! স্বৰ্গদেৱে নিজেই মোক সেই কথা সুধিছিলে। পাছে মই- বাহৰৰখীয়া সেনাপতি আৰু আইকুৱঁৰীক ৰক্ষা কৰিবলৈ কাৰবাৰ কৰিছিলোঁ বুলি কোৱাত ক্ষমা কৰিলে।

বুঢ়া গোঃ—বাহৰৰখীয়া! বাৰু, সকলো মীমাংসা হব
　　ৰজাৰ কাষত। মুক্ত তুমি ৰাজ-আদেশত।
　　কিন্তু সাৱধান, গড় এৰি নাযাবা কদাপি।

লাঙ্গি—( মনতে ) কথাবোৰ আগৰ নিচিনা পোন নহয় দেখোন!
　　কিবা গম ধৰিছে নেকি?

বুঢ়া গোঃ—বলা কিয়?

লাঙ্গি—ডাঙ্গৰীয়া! চাওদাং বৰুৱা আহিবলৈ বাট চাইছোঁ।

বুঢ়া গোঃ—কি আৱশ্যক?

লাঙ্গি—সৌৱা বৰুৱা আহিছে, ডাঙ্গৰীয়াই তেওঁৰ মুখতে সকলো
　　শুনিব। মোৰ কবলৈ বুকু ফাটি যায়। ( চকু-পানী টোকে। )

( আখেকৰ মূৰ লৈ চাওদাং বৰুৱা আহে )

বুঢ়া গোঃ—ই কি! কাৰ মূৰ?

চাঃ বৰুৱা—আখেক গোহাঁইৰ ডাঙ্গৰীয়া!

বুঢ়া গোঃ—আখেক গোহাঁইৰ! কি কলি বৰুৱা?
　　কাৰ আদেশত বলি দিলি বিজয়ী বীৰক?
　　কাৰ আদেশত খহালি মুকুট মণি
　　অসম মাতৃৰ! নৰঘাতী! বৃদ্ধ বুলি
　　উপেক্ষিলি মোক? ( তৰোৱাল উলিয়াই )
　　নাজাননে চাওদাং! ভৰলীৰ ঘাই সেনাপতি,
　　অসমৰ ৰাজমন্ত্ৰী মই?

চাঃ বৰুৱা—( ভয়ত পাচ হুঁহকি ) ৰজাৰ আদেশ ডাঙ্গৰীয়া!

বুঢ়া গোঃ—ৰজাৰ আদেশ! নুসুধিলে
　　একো মোক! দেখুৱা আদেশ-পত্ৰ।

লাঙ্গি—এয়া ডাঙ্গৰীয়া! ( পত্ৰ দিয়ে। ) গোহাঁইদেৱে মুছলমানৰ লগ

লোৱা শুনি স্বৰ্গদেৱে আৰু কোনো কথা নুশুনিলে।
তৎক্ষণাৎ কাটিবলৈ আদেশ দিলে।

বুঢ়া গোঃ—( পত্ৰ পঢ়ি চাই ) চক্ৰান্ত ! সকলো চক্ৰান্ত !!
পিশাচৰ চক্ৰান্ত-জালত, ভ্ৰান্ত আজি
অসমৰ ৰজা ! ৰঞ্জিতা পৃথিবী আজি
অবাবত দেশভক্ত বীৰৰ তেজেৰে !
যেতিয়া বুজিব, দগ্ধ হব অনুতাপ
অনলত পুৰি ! ( লাঙ্গিক ) পিশাচ !
পাৰিবিনে ভুৱা দিব মোক ? ৰাখিবি
মনত তই,—মাতৃভক্ত বীৰৰ শোণিত
কদাপিতো অথলে নাযায় ! আখেকৰ
প্ৰতি বিন্দু তেজে কালান্তক মূৰ্ত্তি ধৰি
খেদিব পাচত তোৰ ! নাপাব অলপো শান্তি !

লাঙ্গি—মোৰ অপৰাধ কি ডাঙ্গৰীয়া ?

বুঢ়া গোঃ—তোৰেই চক্ৰান্ত ! যেতিয়া পৰিব ধৰা
পৈশাচিক লীলা-খেলা তোৰ, ভাবিছনে
নিজ পৰিণাম ? পাৰিবিনে লুকুৱাব পাপ ?
আঁতৰ পিশাচ ! নাথাকিবি সমুখত মোৰ।

( খঙেৰে যায়গৈ )

লাঙ্গি—( মনতে ) যোৱা বাৰু ! ৰজাক লগাবা, আৰু কি কৰিবা ? তুমি লগালেই যে ৰজাই দোষী বুলি আমাৰ নাক-কাণ কাটিব, সেইটো নহৈছে। কথা কবলৈ তোমাৰহে মুখ আছেনে ?

চাঃ বৰুৱা—চাওকচোন, মই ৰজাৰ আদেশ পালন কৰিলোঁ, ডাঙ্গৰীয়াই আকৌ মোক মিছাতে ইমানবোৰ ককৰ্থনা কৰিলে !

লাঙ্গি—এঃ ! তোমাৰ আমাৰ কথা এৰাইচোন ! নুশুনিলা স্বৰ্গদেওকো

কিমানখন বঢ়া বচন বুলিলে! আও! যেন এওঁহে ৰজা। এওঁ ইয়াত ঘাই সেনাপতি হবলৈ পাই ৰজাকো নমনা হ'ল! এইবোৰ বৰ অসহনি কথা বৰুৱা! তুমি কথাষাৰ ৰজাৰ কাণ চোৱাই থবা। সময়ত ময়ো কম। আজি মই পোনেই চিঠিখন উলিয়াই মুখ পাতি নোলোৱা হলে তোমাক কাটিলেহেঁতেনেই!

চাঃ বৰুৱা—হয়, বুজিছেনে, ভয়ত মোৰ মূখৰ মাতেই হেৰাইছিল! মই স্বৰ্গদেওক সকলো জনামগৈ। এইটো এতিয়া কি কৰোঁ?

লাঙ্গি—ৰজাই মূৰটো পঠাই দিবলৈ কৈছিল। সেইটো লৈ যোৱা, আৰু সকলো কথা ভাঙ্গি-পাতি কবা। তুমি কালৈকো ভয় নকৰিবা।

চাঃ বৰুৱা—ভাল, মই এতিয়া আহোঁ তেন্তে।

( প্ৰণাম কৰি যায়গৈ )

লাঙ্গি—বাৰু চাওঁচোন, তুমিনো লাঙ্গিৰ পথত পথালি দি কিমান দিন থাকিব পাৰা! লাঙ্গিয়ে এই অপমান নাপাহৰে!

( যায়গৈ )

## ষষ্ঠ দৃশ্য—দিখৌৰ দাঁতি

( ৰূপহী সোমাই আহে )

ৰূপহী—( চাটিফুটিকৈ ) উঃ! ইমান পোৰণি!
জ্বলি যায় হিয়া মোৰ! দিখৌৰ শীতল
বায়ু অগ্নিময় আজি! গম্ভীৰ প্ৰকৃতি!
খন্তেক পিচতে যেন যুগান্ত প্ৰলয়ে
গিলিবহি গোটেই পৃথিবী! গিলক;
পাৰে যদি প্ৰলয়ৰ ধুমুহা বতাহে

শীতলাওক হিয়া আহি মোৰ ! উঃ !
জ্বলি যায় হাত-ভৰি ! কেনি যাওঁ ?
ক'ত শান্তি পাম ? ঘৰলৈ ? ঘৰ মোৰ
মৰুভূমি আজি ! নহয়, যাওঁ মই,
ঢালোঁ গই দিখৌৰ পানীকে !
ৰত্নময় অলঙ্কাৰ ! পাৰিবিনে শীতলাব
হিয়া ? নোৱাৰ ! গুচ্ তেন্তে ; নালাগে
একোকে মোক ।

( গাৰ অলঙ্কাৰ খহাই থৈ হাত-ভৰি
আৰু মূৰত দিখৌৰ পানী ঢালে )

উঃ ! মুগুচে পোৰণি দেখোঁ ! কিহৰ পোৰণি !
গোটেই দিখৌৰ প্যানী ঢালিলে শিৰত
হবনে শীতল প্ৰাণ ? কোন তই ? কাউৰী ?
কাউৰী ! ৰতিছ কি তই ? আলহী আহিব ?
আহিবনে চিনাকি আলহী ? এৰাৰি
মধুৰ মাতে নুমাবনে আহি মোৰ
ৰাৱণৰ চিতা ? আহা ! বুজা হলে
ভাষা তোৰ !

( বহি বিননি সুৰেৰে গায় )

কাউৰী কাউৰী অজাতি কাউৰী,
কিবাটো আনিছ তই ;
সপোনত দেখিলোঁ বঙহৰ দেৱতাই
মাতিছে নিলগত ৰ'ই ।

কাউৰী নাহিবি　　মাতো নামাতিবি,
নালাগে বাতৰি তোৰ ;
কুশলে ৰাখিছে　　পৰম ঈশ্বৰে
বঙহৰ দেৱতাক মোৰ।
ফুলো নিছিঙোঁ　　মালাও নাগাথোঁ,
নাবান্ধোঁ কলীয়া চুলি ;
আনগৈ বাতৰি　　ভতুৰা কাউৰী
কাহানি আহিব ঘূৰি।

আছা ক'ত দুখুনীৰ ধন ? আছানে
কুশলে তুমি ? আহা ! কান্দিছে
অন্তৰ মোৰ ! সপোনত দেখা কৰি
আঁতৰিলা কিয় ? তেজেৰে বোলালা দেহা !
শত্ৰুৰ তেজৰ চেকা ৰত্নময় আভৰণ
বীৰৰ দেহাত ! কিন্তু নাথ ! অস্ত্ৰহীন
কিয় তুমি ? ছিঃ ! অমঙ্গল চিন্তা কিয় !

( চেংধৰা সোমাই আহে )

ৰূপহী—কোন তুমি ?

চেংধৰা—মই এটা চোৰাংচোৱা আইদেও ! আপোনাক এটা গুপুত বাতৰি দিওঁ বুলি আহিলোঁ।

ৰূপহী—উঃ ! মই একো নুশুনো, গুচা, যোৱা তুমি ইয়াৰপৰা।

চেংধৰা—মই কামৰূপৰপৰা আহিছোঁ আইদেও !

ৰূপহী—তুমি,—তুমি তেনেহলে,—

চেংধৰা—হয় আইদেও ! মই আখেক গোহাঁইদেওক আগৰেপৰা চিনি পাওঁ। তেখেত ভয়ানক বিপদত পৰিছে। তাকেহে আপোনাক জনাবলৈ আহিলোঁ।

ৰূপহী—কোৱা, ভালনে তেওঁৰ ?

চেংধৰা—ভাল, আইদেও! মই অহা দিনালৈকে ভাল বুলি শুনি আহিছোঁ। তেখেত এতিয়া লাঙ্গি নামেৰে মানুহ এটাৰ চক্ৰান্তত পৰি প্ৰাণ হেৰুৱাব লগাত পৰিছে। আইদেৱে কিবা উপায় কৰিব পাৰিলেহে ৰক্ষা হয়।

ৰূপহী—লাঙ্গি চোৰাংচোৱাৰ কথা কৈছা ? লাঙ্গিৰ লগত মোৰ স্বামীৰ কোনো শত্ৰুতা নাই। তুমি লাঙ্গিক সন্দেহ কৰিছা কিয় ?

চেংধৰা—অকল সন্দেহৰ ওপৰতে কোৱা নাই আইদেও! মই সকলো ঘটনা ভাঙ্গি-ছিঙ্গি কলেই আপুনি বুজিব পাৰিব। ইয়াত মই বেছি পৰ ৰ'ব নোৱাৰো। পিচে এঠাইত লগ ধৰি কম। এতিয়া আইদেৱে তুৰন্তে কামৰূপলৈ যাবলৈ ওলাওকগৈ।

ৰূপহী—বুজিছোঁ! চোৰাংচোৱা! তুমি মোৰ সহায় হবানে? মোৰ কোনো সহায় নাই। মই পাৰো যদি মোৰ স্বামীক ৰক্ষা কৰো। পিশাচৰ চক্ৰান্তত পৰি যদি তেওঁৰ কিবা অমঙ্গল হৈছে, তেন্তে মই এই পিশাচকে পৰজন্মলৈকে খেদিম। কোৱা, চোৰাংচোৱা! তুমি মোক সহায় কৰিবানে ?

চেংধৰা—মই আপোনাৰ বন্দী আইদেও! মোক যি কৰিবলৈ কয় তাকে কৰিম। লাঙ্গিক ধৰা পেলাব পাৰিলে মোৰো ৰক্ষা হয়।

ৰূপহী—তেনেহলে তুমি মোক এটা পুৰুষৰ সাজ যোগাৰ কৰি দিয়া, আৰু মোক ভৰলীমুখত থৈ আহাঁগৈ।

চেংধৰা—মই এটা কথা ভাবিছিলোঁ আইদেও! ইয়াতে বিদ্ৰোহী দল এটা আছে। পাণ্ডুৰ থানাদাৰ সত্ৰাজিতৰো তাত যোগ আছে। দলটো ধৰাই দিব পাৰিলে ৰজাৰ বিশ্বাসী চোৰাংচোৱাৰ বাব লৈ লাঙ্গিৰ পাচত লাগিবলৈ সুবিধা হয়।

ৰূপহী—বাৰু, তুমি তাকে কৰা। পিচত মোৰ লগ ধৰিবাগৈ। মই
এতিয়া অকলে যাম।

চেংধৰা—অকলে যাবনে আইদেও?

ৰূপহী—অকলে যাম। আন কাকো বিশ্বাস কৰিব নোৱাৰি। মোৰ
স্বামী যদি সাত সাগৰৰ সিপাৰে আছে, তেওঁ যদি পৃথিৱীৰ
বাহিৰে আন কোনো সপোন ৰাজ্যত আছেগৈ, মই তালৈকো
অকলে যাম। মোক কোনে বাধা দিব চোৰাংচোৱা? যোৱা,
মোক এটা পুৰুষৰ সাজ আনি দিয়া। মোৰ আদেশ পালন
কৰিবলৈ প্ৰতিজ্ঞা কৰিছা।

চেংধৰা—ভাল আইদেও!

( দুয়ো দুফালে যায়গৈ )

## ৪ৰ্থ অঙ্ক।

### প্ৰথম দৃশ্য—কুৱঁৰীৰ বুলনি

(বৰগোহাঁই আৰু কুৱঁৰী মঙ্গলময়ী)

বৰগোহাঁই—আই! কিয়বা মতালে মোক?

কুৱঁৰী—ডাঙ্গৰীয়া! ঘাই মন্ত্ৰী ৰাজ্যৰ ধৰণী।
কৰোক উপায় সবে ৰাজ্য ৰক্ষা হেতু।
মোৰ মনে মিত্ৰৰূপী গৃহশত্ৰুহঁতে
ছলিছে ৰজাক নিতে। চলিব লাগিছে
নিতে ৰাজধানী জুৰি বিদ্ৰোহৰ
গুপুত মন্ত্ৰণা! নতু, বিনা বিচাৰত
দেশভক্ত আখেকৰ বীৰ শোণিতেৰে,
কিয় হ'ল কলঙ্কিত ৰাজসিংহাসন?
কোনে দিলে মন্ত্ৰণা ৰজাক? ৰাজধানী
এৰি মতলীয়া ৰজা আজি ৰণৰ ক্ষেত্ৰত।
সুন্দৰ সুযোগ এয়ে বিদ্ৰোহীহঁতৰ
ৰাখেনে সংবাদ কিবা?

বৰ গোঃ—মাতৃ! নুবুজোঁ একোকে আমি।
নাৰাখে ৰজাই অনুৰোধ মন্ত্ৰীসকলৰ।
নকৰি বিচাৰ একো, আখেকৰ
প্ৰাণদণ্ড বিহিলে নিজেই। কি কৰিব
পাৰো আমি?

কুৱঁৰী—ডাঙৰীয়া! প্ৰমাণ বিহীন কথা

মুশুনে ৰজাই। হাতে হাতে ধৰি দিলে
অৱশ্যে শুনিব। সন্দেহ কৰিছে যাক
চকুদি থাকিব নিতে তাৰ ওপৰত।

( দুৱৰী সোমাই আহে )

দুৱৰী—দেউতা ঈশ্বৰ! মানুহ এটা আহি দুৱাৰত ৰৈ আছেহি; সি বোলে আই মাতৃক লগ পাব খোজে।

বৰ গোঃ—আই মাতৃক লগ পাব খোজে! ক'ৰ মানুহ? তাক চ'ৰালৈ পঠাই নিদিলি কিয়?

দুৱৰী—দেউতা ঈশ্বৰ! তাক আগেয়ে কেবা বাৰো ওলোটাই পঠোৱা হৈছিল। এইবাৰ আৰু সি নেৰা নেপেৰাকৈ লাগিছে। বোলে কথা বৰ শকত। আই কুৱঁৰীৰ বাহিৰে আৰু কাৰো আগত কব নোৱাৰি।

কুৱঁৰী—দুৱৰী! তাক আহিবলৈ দে।

( দুৱৰী সেৱা কৰি যায়গৈ )

বৰ গোঃ—মাতৃ! আহোঁ তেন্তে মই।

কুৱঁৰী—আছে কিবা গুপুত বাতৰি।
শুনি যাওক কথা—

( চেংধৰা সোমাই আহি আঁঠু লয় )

বৰ গোঃ—কোন তই? তোৰ কি কবলৈ আছে?

চেংধৰা—ডাঙৰীয়া! বন্দী স্বৰ্গদেওৰে এজন প্ৰজা। স্বৰ্গদেও নাই দেখি আই কুৱঁৰীকে এটা গুপুত বাতৰি জনাবলৈ আহিলোঁ। ভালেই হ'ল—ডাঙৰীয়াকো ইয়াতে লগ পালোঁ।

বৰ গোঃ—তোৰ কি কবলৈ আছে শীঘ্ৰে ক'।

চেংধৰা—দেউতা ঈশ্বৰ! এই ৰাজধানীতে এটা বিদ্ৰোহীদল শকত হৈ উঠিছে। মোৰ লগত মানুহ দিলে আজি নিশাই সোপাকে ধৰাই দিব পাৰোঁ। মই সিহঁতৰ গুপ্ত মন্ত্ৰণাঘৰ আদি চাই-চিতি থৈছোঁ।

বৰ গোঃ—তাৰ নায়ক কোন?

চেংধৰা—গোবিন্দাই নামেৰে মানুহ এটা। পাণ্ডুৰ থানাদাৰ সত্ৰাজিতে তাক সহায় কৰিছে।

বৰ গোঃ—সত্ৰাজিতৰ যোগ আছে বুলি তই কেনেকৈ জানিলি?

চেংধৰা—মই সিহঁতৰ গুপুত মন্ত্ৰণা নিজ কাণে শুনিছিলোঁ দেউতা ঈশ্বৰ!

বৰ গোঃ—বাৰু, তই দলটো ধৰাই দিব পাৰিবি?

চেংধৰা—পাৰিম দেউতা ঈশ্বৰ! সত্ৰাজিতৰ বাহিৰে আজি নিশাই সোপাই ধৰা পৰিব।

কুৱঁৰী—তোৰ নাম কি?

চেংধৰা—মোৰ নাম চেংধৰা, মাতৃ!

কুৱঁৰী—তোৰ আৰু কিবা কব লগা আছেনে?

চেংধৰা—আছে মাতৃ! লাঙ্গি ফুকন নামেৰে বিষয়া এজনৰ ওপৰতো মোৰ নানা কাৰণে সন্দেহ হয়। আই মাতৃয়ে মোৰ চোৰাংচোৱা বাব দিলে মই তেওঁৰো গতিবিধি চাব পাৰোঁ।

কুৱঁৰী—বাৰু, তই যদি আজি বিদ্ৰোহী দলটো ধৰাই দিব পাৰ তেন্তে তোক চোৰাংচোৱা পতা হব। তোক মানুহ দিয়া যাব। তই এতিয়া যা।

চেংধৰা—ভাল, আই মাতৃ। ( যায়গৈ )

কুৱঁৰী—বুজিলেনে ডাঙ্গৰীয়া? নকৰিব

অবিশ্বাস তাক। সততে সন্দেহ মোৰ—

আছে এটা বিদ্ৰোহীৰ দল। আজি তাৰ
বুজিব প্ৰমাণ। সাৱধানে আয়োজন কৰি
পোখাতেই বিহ-গছ উঘালি পেলাওক।

বৰ গোঃ—মাতৃ! কৰিম সকলো দিহা।

( দুৱৰী সোমাই আহে )

দুৱৰী—আই মাতৃ! স্বৰ্গদেওৰ ওচৰৰ পৰা কটকী এজন আহি দুৱাৰত ৰৈ আছেহি।

কুৱঁৰী—শীঘ্ৰে পঠাই দেগৈ।

( দুৱৰী সেৱা কৰি যায়গৈ )

কুৱঁৰী—( মনতে ) আনিছে নিশ্চয় তেওঁ
ৰণৰ সংবাদ! বীৰবাহু স্বামী মোৰ
সেনাপতি নিজে! পিতৃৰাজ্য নকৰি উদ্ধাৰ
নাহে তেওঁ উলটি কদাপি। কঁপা নাই
হিয়া মোৰ! শুভ বাৰ্ত্তা আনিছে নিশ্চয়!

( কটকী সোমাই আহি সেৱা কৰে )

বৰ গোঃ—কি সংবাদ কটকী?

কটকী—ডাঙ্গৰীয়া! আগিয়াঠুটিৰ ৰণত স্বৰ্গদেওৰ জয় হ'ল। স্বৰ্গদেৱে গুৱাহাটী আৰু পাণ্ডু অধিকাৰ কৰি সেনাপতিসকলক তাতে এৰি ৰাজধানীলৈ উলটি আহিছিল। পিছে এতিয়া চামধৰাতে ৰব লগা হ'ল।

কুৱঁৰী—শুভবাৰ্ত্তাবাহী! মোৰ এই ক্ষুদ্ৰ উপহাৰ গ্ৰহণ কৰা। যেতিয়া মোৰ জন্মভূমি ধুবুৰী উদ্ধাৰৰ বাতৰি আনিবা তেতিয়া মুখ সোণ-ৰূপেৰে বুদ্ধাই দিম।

( ডিঙ্গিৰপৰা সোণৰ হাৰ খুলি কটকীক দিয়ে।
কটকীয়ে সেৱা কৰি লয় )

কুৱঁৰী—কটকী! পাণ্ডুৰ থানাদাৰ সত্ৰাজিৎ ধৰা পৰিলনে?

কটকী—মাতৃ! থানাদাৰে মুছলমানৰ লগ এৰি এতিয়া স্বৰ্গদেওৰ শৰণ লৈছেহি। স্বৰ্গদেৱে তেওঁক আশ্ৰয় দিছে।

কুৱঁৰী—কি! আশ্ৰয় দিছে? তাক কি বিশ্বাসত আশ্ৰয় দিছে?

কটকী—মাতৃ! সত্ৰাজিতৰ ল'ৰা-তিৰোতা জামিন স্বৰূপে স্বৰ্গদেওৰ হাতত শোধাই দিছে। স্বৰ্গদেৱে তেওঁলোকক মোৰ লগতে পঠাই দিছে।

কুৱঁৰী—ডাঙ্গৰীয়া! বুজিলেনে কিবা?
সঁচা যদি আজি শুনা কথা, আছে তাৰ
গুপুত উদ্দেশ্য।

বৰ গোঃ—মাতৃ! নুবুজোঁ একোকে;
সকলো প্ৰকাশ হব যথা সময়ত।

কুৱঁৰী—কটকী! স্বৰ্গদেও উলটি আহি চামধৰাত ৰব লগা হ'ল কিয়?

কটকী—মাতৃ! স্বৰ্গদেও অহাৰ পিচত বুঢ়াগোহাঁই ডাঙ্গৰীয়াই স্বৰ্গদেওৰ আদেশ অমান্য কৰি মুছলমানক হাজোত গৈ আক্ৰমণ কৰিছিল। পিছে কেবাখনো ৰণত ঘাটি খেদা খাই আহি এতিয়া শ্ৰীঘাট পৰ্ব্বতত আশ্ৰয় লৈছেহি। মুছলমানে তালৈকে খেদি আহিছে। স্বৰ্গদেৱে এই সংবাদ পাই চামধৰাতে ৰৈ শ্ৰীঘাটৰ ফলাফললৈ বাট চাইছে।

বৰ গোঃ—কি! বুঢ়াগোহাঁই ডাঙ্গৰীয়াই স্বৰ্গদেওৰ আদেশ অমান্য কৰিলে? অসম্ভৱ কথা!

কটকী—কথা মিছা নহয় ডাঙ্গৰীয়া। স্বৰ্গদেও অহাৰ পিচত বুঢ়াগোহাঁই ডাঙ্গৰীয়াই গুৱাহাটীত ঘাই সেনাপতি। স্বৰ্গদেওৰ আদেশ

আছিল হাজোত গৈ বঙ্গালক ধৰিবগৈ নালাগে। ডাঙ্গৰীয়াই সেই কথা নুশুনিলে।

বৰ গোঃ—ডাঙ্গৰীয়াই পিছে সেই বিষয়ে কি কয়?

কটকী—ডাঙ্গৰীয়াই আৰু কি কব? তেখেতে স্বৰ্গদেওৰ ওচৰলৈ কটকী নপঠালেই। লাঙ্গি ফুকনেহে এইবিলাক বাতৰি দি মোক স্বৰ্গদেওৰ ওচৰলৈ পঠাইছিল। ডাঙ্গৰীয়াই বেজাৰত কাৰো লগত কথাই নহয়।

কুৱঁৰী—বাৰু কটকী! তুমি এতিয়া বিশ্ৰাম কৰাগৈ।

কটকী—ভাল, আই মাতৃ!

(সেৱা কৰি যায়গৈ)

বৰ গোঃ—মাতৃ! নুবুজোঁ একোকে মই!
বহুদৰ্শী বৃদ্ধমন্ত্ৰী যুদ্ধ-বিগ্ৰহত
পকালে নিজৰ চুলি! সম্ভবনে কথা,
ৰাজ আজ্ঞা আওহেলা কৰি, ঘাটিলে
ৰণত তেওঁ বুদ্ধিৰ দোষত!

কুৱৰী—ডাঙ্গৰীয়া! মোৰ মনে
আছে কিবা ৰহস্য ইয়াৰ। নুশুনিলে
সকলো ঘটনা নোৱাৰি বুজিব একো।
নহয় বিশ্বাস মোৰ লাঙ্গি ফুকনক।
কটকীক মোৰ কথা কৈ তুৰন্তে পঠাব
লাগে চামধৰালৈ। সুবিচাৰ কৰি যেন
শাস্তি দিয়ে স্বৰ্গদেৱে দোষসকলক।

বৰ গোঃ—যি আদেশ মাতৃ!
আহোঁ তেন্তে মই।

(প্ৰণাম কৰি যায়গৈ)

## দ্বিতীয় দৃশ্য—শ্ৰীঘাট পৰ্ব্বতত অসমীয়াৰ বাহৰ।

( সত্ৰাজিৎ আৰু লাঙ্গি )

সত্ৰাজিৎ—বন্ধু! এইবাৰ হলে বুঢ়াগোহাঁইৰ কঁকাল ভাগিল। ৰজাৰ আদেশ অমান্য কৰি সৈন্য ধ্বংস কৰাৰ বাবে ৰজাই তেওঁক কেতিয়াও ক্ষমা নকৰে।

লাঙ্গি—আপুনিনো কি উপায়েৰে বুঢ়াগোহাঁইক এনেকৈ ঠেকত পেলালে কওকচোন।

সত্ৰাজিৎ—সেইটো অতি সহজেই সিদ্ধি হ'ল। মই নবাবক তলে তলে জনাই থৈছোঁ যে, প্ৰতাপসিংহক ছলনা কৰিবলৈকে মই দেখুৱাই তেওঁৰ লগ লৈছোঁ। নবাবেও সেইকথা বিশ্বাস কৰিছে। সেই কাৰণে হাজোৰ মুছলমান সেনাপতিয়ে মই খোজা মাত্ৰেই দুশ অশ্বাৰোহী সৈন্য মোৰ লগত দিলে। সিহঁতক লগত লৈ মনে মনে পাণ্ডুলৈ আহি নিলগৰপৰা অসমীয়াৰ বাহৰত গুলি চলাবলৈ সিহঁতক লগাই দি মই নিজে আঁতৰি আহিলোঁ। অসমীয়া সেনাপতিসকলে শত্ৰুৰ সংখ্যা নিচেই কম দেখি বুঢ়াগোহাঁইৰ আদেশলৈ বাট নাচাই ততালিকে অশ্বাৰোহী সৈন্যক আক্ৰমণ কৰিলে। অশ্বাৰোহী-হঁতেও মই পূৰ্ব্বে শিকাই থোৱা মতে হাজোৰ ফালে পলাবলৈ ধৰিলে। বিজয়ী গোহাঁইহঁতে আগ-পাচ নুগুণি খেদি গৈ হাজোতে মুছলমানক আক্ৰমণ কৰিলেগৈ। বুঢ়াগোহাঁয়ো তেতিয়া আগ বাঢ়ি যাব লগাত পৰিল।

লাঙ্গি—আপুনি বৰ ভাল বুদ্ধিটো উলিয়ালে। বুঢ়াগোহাঁইক এই উপায়েৰে ৰণত ঘটুৱাৰ বাবে নবাবে এতিয়া আপোনাক আৰু

বিশ্বাস কৰিব। কিন্তু এটা কথা, গোহাঁইসকলৰ দোষ বুলি বুজিলে ৰজাই বুঢ়াগোহাঁইক ক্ষমা কৰিবও পাৰে।

সত্ৰাজিৎ—ক্ষমা কৰিলেও তেওঁক আৰু ভাল চকুৰে নাচায়। অন্ততঃ ঘাই সেনাপতি পদৰপৰা নমাব। আপুনি সেই পদ লব পাৰিলে আমাৰ কাৰ্য্য সহজ হয়।

লাঙ্গি—তাতকৈ বুঢ়াগোহাঁইক ছলে বুদ্ধিৰে একেবাৰে সিফলীয়া কৰিব পাৰিলেহে আমি নিৰাপদ। বুঢ়াই মোক আগৰে পৰা সন্দেহ কৰে।

সত্ৰাজিৎ—আগৰপৰা সন্দেহ কৰাৰ কাৰণ কি?

লাঙ্গি—সেইবিলাক ভালেমান কথা। তেওঁৰ মতে আখেক গোহাঁইক ময়ে চক্ৰান্ত কৰি মৰালোঁ।

সত্ৰাজিৎ—অ', সেই কাৰণেহে তেওঁ আপোনাক ৰণলৈ যাবলৈ নিদিয়ে। সন্দেহ কৰিছে যেতিয়া আপুনি সাৱধানে থাকিব।

লাঙ্গি—সন্দেহ কৰিনো কি কৰিব? তেওঁৰ বিৰুদ্ধে যিমান পাৰোঁ ৰজাৰ কাণত বিহ ঢালিয়েই আছোঁ। ৰজাই তেওঁৰ কথা আৰু বিশ্বাস নকৰে।

সত্ৰাজিৎ—তেনেহলে চিন্তাৰ কাৰণ নাই। তথাপি আপুনি সাৱধান হোৱা উচিত।

লাঙ্গি—সেই কাৰণেহে কৈছোঁ বোলো তেওঁক একেবাৰে সিফলীয়া কৰিব পাৰিলেহে মঙ্গল। এতিয়া আপোনাৰ সহায় পালেই হয়।

সত্ৰাজিৎ—মইতো আপোনাৰ ফালে আছোঁৱেই! পিছে বন্ধু! আমাৰ ভিতৰত বন্দোৱস্তটো পকা হৈ থকাই ভাল। মোৰ মত হৈছে গোবিন্দৰ সহায়েৰে আমি যদি প্ৰতাপসিংহৰ সিংহাসন অধিকাৰ কৰিব পাৰোঁ, তেন্তে আপুনি পৰীক্ষিত

ৰজাৰ ৰাজ্য লব আৰু মোক সোমাৰ খণ্ড এৰি দিব। পিচত আমি দুয়ো লগ লাগি নবাবকো বলে পাৰিম।

লাঙ্গি—ভাল, আপুনি যেনে ভাল দেখে তাতেই মই মান্তি। এতিয়া বুঢ়াগোহাঁইক আঁতৰাব পৰাটোৱেই ঘাই কাম। পিছে মই আপোনাৰ ফলীয়া বুলি গোবিন্দৰ দলৰ কোনো মানুহক জানিব নিদিব। কোনোবাই জানিলেই সকলো পণ্ড হব।

সত্ৰাজিৎ—আপোনাৰ কথা নালাগে মোৰ কথাকে কোনেও নাজানে। তাৰ বাবে চিন্তা নকৰিব। মই তেন্তে এতিয়া আহোঁ। পিচত পুনৰ লগ পাম।

( সত্ৰাজিৎ যায়গৈ )

লাঙ্গি—বাৰুটো অ'! প্ৰতাপসিংহৰ সিংহাসন লব পাৰিলে মই এই বান্দৰটোক নি তাত বহুৱামগৈ! ৰচোন, ক'ৰ পানী কলৈ যায় চা! সিমানখিনি পাবগৈ পাৰিলে তোক বান্দৰক ওফৰাবলৈ কিমান পৰ?

( যায়গৈ )

## তৃতীয় দৃশ্য—শ্ৰীঘাট পৰ্ব্বতৰ ওচৰৰ পথাৰ

( চাপৰি বজাই নাম গাই তিনিটা গৰখীয়া লৰা সোমাই আহে )

তিনিওজনে—হুৰ্ হুৰ অ' বতাচৰাই!

একেটি ভাইটিয়ে ধান দাই গৈছিল,
নাখাবি দেইবা,
নাখাবি দেইবা,
তোক দিম গোটা কৰাই।

১ম গঃ—( পদ ) তেতেলিৰ তলতে তাঁতে বৈ আছিলোঁ
　　পাহৰি আহিলোঁ কুছি।

তিনিওজনে—হুৰ্ হুৰ্ অ' বতা চৰাই !
　　মোৰ ধান নাখাবি তোক দিম গোটা কৰাই।

১ম গঃ—( পদ ) কুছিৰে লগতে পগলাই কিলাব,
　　যামগৈ ঘৰলৈ গুচি।

তিনিওজনে—হুৰ্ হুৰ্ অ' বতাচৰাই !
　　মোৰ ধান নাখাবি তোক দিম গোটা কৰাই।

১ম গঃ—( পদ ) তেতেলিৰ তলতে তাঁতে বৈ আছিলোঁ
　　পাহৰি আহিলোঁ কুছি ;
　　কুছিৰে লগতে পগলাই কিলাব
　　যামগৈ ঘৰলৈ গুচি।

তিনিওজনে—হুৰ্ হুৰ্ অ' বতা চৰাই !
　　একেটি ভাইটিয়ে ধান দাই গৈছিল,
　　নাখাবি দেইবা,
　　নাখাবি দেইবা,
　　তোক দিম গোটা কৰাই।—( ইত্যাদি )

১ম গঃ—হেৰ সৌবোৰ কি আহিছে দেখিছনে ?

২য় গঃ—অ', বঙাল হব পায় ! জাকে জাকে আহিব লাগিছে ! ব'ল, গৰুবোৰ সৌ পৰ্ব্বতৰ দাঁতিত থৈ আহোঁগৈ।

৩য় গঃ—ব'ল ব'ল। অ, সৌটো পথৰা ঢাপলি ধৰিছে ! ঘূৰিলিনে বাঘে খোৱা ! ( লৰ ধৰে )

( সকলো যায়গৈ )

( চিকন সোমাই আহে )

চিকন—নোলাবি চকুৰ পানী ! নাচাপিবি
ৰূপহীৰ কাষ। স্বামী মোৰ চামধৰা
মৰু প্ৰদেশত অপেক্ষিছে পিয়াহত
চাটি ফুটি কই। মাতিছে কাতৰে মোক।
যতদিন পিশাচৰ তপত তেজেৰে
নকৰো তৰ্পণ তেওঁৰ, নাচাপিবি
কাষ তই মোৰ। মুন্দুমাবি জ্বলা জুই !
হয় যদি ভস্ম হওক গোটেই পৃথিবী !
প্ৰকৃতি ৰাক্ষসী ! অসহায় অস্ত্ৰহীন
স্বামীৰ তেজেৰে যেতিয়া ৰাঙলী হ'ল
ভৰলীৰ বালি, তেতিয়াও হাঁহিছিলি
তই ? পিশাচৰ পৈশাচিক লীলা
হাঁহিমুখে চাই ৰলি ? শুন পিশাচিনী !
শত বজ্ৰাঘাতে যেতিয়া উৰাব তোক
ৰেণু ৰেণু কই, যেতিয়া মিলিবি তই
অন্তহীন ঘোৰ আন্ধাৰত, তেতিয়া
ওলাব হাঁহি ৰূপহী মুখত। ডুব তই !
বই যক সহস্ৰ ধাৰেৰে তেজৰ
ৰাঙলী নই, ডুবি যক গোটেই পৃথিবী !
নতু ভৰলী বালিৰ মুগুচে তেজৰ চেকা।
নোৱাৰে মচিব বাৰিষাৰ শতধাৰে
তাক ! চাই আছা আশা পথলই ?
খন্তেক অপেক্ষা কৰা। প্ৰাণ মোৰ
তোমাৰ কাষত ; আছে মাথো শূন্য কায়া।

নোৱাৰে চাপিব কাষ শত বিভীষিকা,
নোৱাৰে ৰোধিব মোক দানবৰ মায়া
ছলনাই! তুমি সেই মেঘৰ আঁৰত
খন্তেক অপেক্ষা কৰা। বিজুলীৰ লতা হই,
যেনি যাওঁ বজ্ৰাঘাতে পৃথিবী কঁপাই,
মিলিম তোমাত গই।

( গৰখীয়া ল'ৰা তিনিটা সোমাই আহে )

১ম গঃ—ইয়াতো এখন ৰণ লাগিব হব পায়!

২য় গঃ—কেনেকৈ জানিলি?

১ম গঃ—সৌৱা দেখা নাই বডালে পৰ্ব্বতটোৰ ওচৰতে ফেৰ পাতি বহিলহি?

২য় গঃ—( তৃতীয় ক ) চেপেটা! ইয়াত ৰণ লাগিলে আমাৰ গৰুৰ গাত গুলি লাগেৰা।

৩য় গঃ—গৰু সৌ পৰ্ব্বত দুটাৰ মাজত আছে। তাত গুলিয়ে নাপায় দে। ব'ল আমিও পৰ্ব্বতত উঠি ৰণ চাওঁগৈ।

২য় গঃ—ৰচোন, সৌজন কোন মন কৰচোন।

৩য় গঃ—কোনোবা বিদেশী মানুহ হব পায়। সোধচোন ক'ক যায়।

১ম গঃ—( চিকনৰ ওচৰ চাপি ) ভাইটি! তুমি ক'ৰ মানুহ?

চিকন—উজনীৰ।

১ম গঃ—উজনীৰপৰা অকলে আহিলা? পিছে এতিয়া ক'ক্ যাবা?

চিকন—কব নোৱাৰোঁ।

১মঃ গঃ—অ, কব নোৱাৰিলে কেনেকৈ হব? ইয়াত ৰণ লাগিব নহয়? নিশা ক'ত থাকিবা?

কিচন—কব নোৱাৰোঁ।

২য় গঃ—তোমাৰ বাৰু নাম কি?

চিকন—মোৰ নাম চিকন।

২য় গঃ—তোমাৰ থাকিবৰ ঠাই নাই যদি আমাৰ ঘৰক যাবানে? আয়ে তোমাক বৰ মৰম কৰিব।

চিকন—মই আমাৰ উজনীয়া মানুহৰ লগ বিচাৰিছোঁ।

২য় গঃ—উজনীয়া মানুহ সৌ শ্ৰীঘাট পৰ্ব্বতৰ ওপৰত আছে। তাক কেনেকৈ যাবা? এতিয়া ৰণৰ সময়ত কোনো মানুহ যাব নিদিয়ে।

৩য় গঃ—মই লৈ যাব পাৰিম দে। উজনীৰ এজন বিষয়াৰ লগত মোৰ চিনাকি আছে। তুমি তেওঁৰ ত'ক যাবানে?

চিকন—কোন তেওঁ?

৩য় গঃ—তেওঁৰ নাম লাঙ্গি ফুকন।

চিকন—লাঙ্গি ফুকন! তুমি তেওঁৰে কেনেকৈ চিনাকি হ'লা?

৩য় গঃ—তেওঁ মোক বৰ মৰম কৰে। তেওঁৰ চিঠি নি কেবাবাৰো মই পাণ্ডুৰ থানাদাৰক দিছিলোঁগৈ, আৰু থানাদাৰৰ চিঠিও তেওঁক আনি দিছিলোঁ।

চিকন—আজি-কালিও চিঠি অনা-নিয়া কৰানে?

৩য় গঃ—আজি-কালি থানাদাৰ ইয়াতে আছে। আজি বহুদিন ফুকনে মোক মতোৱা নাই।

চিকন—মোৰ ঘৰ-বাৰী নাই। তেওঁৰ তাতে বন-বাৰী কৰি থাকিবৰ মন গৈছে। তুমি মোক তোমাৰ ভাইটি বুলি চিনাকি দি তাত থৈ আহিব পাৰিবানে?

৩য় গঃ—কিয় নোৱাৰিম? তাহানিতে তেওঁ মোকে ৰাখিব খুজিছিলে; পাছে মই থাকিব নোৱাৰোঁ বুলি কলোঁ। তুমি গলে নিশ্চয় ৰাখিব।

চিকন—মই উজনীয়া মানুহ বুলি নকবা দেই! তেনেকৈ কʼলে অচিনাকি
মানুহ বুলি তেওঁ মোক থাকিব নিদিয়ে।

৩য় গঃ—কিয় কম, মোৰ সৰু ভাইটি বুলিহে কম।

২য় গঃ—তুমি আমাৰো সৰু ভাইটি। আমালৈ নাপাহৰিবা দেই!

চিকন—বাৰু, মোক তোমালোকৰ ভাইটি বুলিয়েই চিনাকি দিবা!
উজনীৰ মানুহ বুলি কাকো নকবা দেই।

২য় গঃ—ওঁ নকওঁ। যা চেপেটা! তেওঁক থৈ আহগৈ।

৩য় গঃ—আহা যাওঁ। (৩য় গঃ আৰু চিকন যায়গৈ)

১ম গঃ—কোনজন লাঙ্গি ফুকন অʼ?

২য় গঃ—সেই বেজিমূৱা ঘোপাকৈ মানুহটো। তই দেখা নাই জানো?

২য় গঃ—অʼ দেখিছোঁ দে। মানুহটো দেখিলে মোৰ কেনেবা কেনেবা
লাগে। চিকন তাৰ তাত থাকিব পাৰিবনে?

১ম গঃ—নোৱাৰিলে গুচি আহিব নহয়। বল যাওঁ।

দুয়ো—কাউৰী এ, কা কা, মাৰে মাতিছে যা যা,
কাউৰী গল, গধূলি হʼল,
আমাৰ চাউল একঠা মুকলি হল।

## চতুৰ্থ দৃশ্য—অসমীয়াৰ বাহৰ।

(বুঢ়াগোহাঁই সোমাই আহে)

বুঢ়া গোহাঁই—এয়ে মোৰ আছিল ভাগ্যত!
আহাঁ মৃত্যু! শান্তি দিয়া মোক। আজীৱন
যথাসাধ্য পালিলোঁ কৰ্ত্তব্য; কিন্তু মোৰ
ভাগ্যৰ দোষত সকলো নিস্ফল আজি!

গৃহশত্ৰু সাপৰ বিষত অচেতন
ৰজা আজি। কাৰ সাধ্য বুজাব পাৰিব?
ৰজা-প্ৰজা সবাৰে মনত অসমৰ্থ
বৃদ্ধ মই! বৃদ্ধৰ শিৰত এই ঘাই মন্ত্ৰীবাব,
বিদ্ৰূপৰ হেতু মাথো! কোনে জানে
ৰজাৰ হাতত ভুগিব লাগিব কত
লাজ অপমান! অসমৰ ঘাইমন্ত্ৰী
অপৰাধী বেশে থিয় হম ৰজাৰ চ'ৰাত!
অসম্ভৱ! তাৰ আগে মৃত্যুৰ কোলাত
লুকুৱাম মুখ মোৰ। বিচাৰৰ নকৰো অপেক্ষা।
আহাঁ শান্তিময়ি! উচ্চ শিৰ অৱনত
নৌ হওঁতেই লোৱাহি কোলাত তুলি।
অকৃতজ্ঞ পৃথিবীত চিন তাৰ নালাগে
থাকিব। জন্মভূমি! ভাবিছিলোঁ নিজ হাতে
মই ৰাজৰাজেশ্বৰীৰূপে সজাম তোমাক!
কিন্তু মাতৃ! মিছা হ'ল আশা মোৰ!
বৃদ্ধৰ শুকান তেজ শেষ উপহাৰ
দিম আজি চৰণত তোৰ।

( সত্ৰাজিৎ সোমাই আহে )

সত্ৰাজিৎ—ডাঙ্গৰীয়া! শত্ৰু আহি পালেহি সমুখ!
আদেশ অপেক্ষা কৰি ৰৈ আছে
গোহাঁইসকল।

বুঢ়া গোঃ—আদেশ! কাৰ আদেশ মহাৰাজ?
কাৰ আদেশত আক্ৰমিলে হাজো গড়

গোহাঁইসকলে? শক্তিহীন বৃদ্ধ মই;
কিবা লাভ বিদ্রূপিলে মোক?

সত্ৰাজিৎ—ডাঙ্গৰীয়া! অনুৰোধ মোৰ,—
থাকে মানে শত্ৰু সমুখত, বিপদত
নেৰিব আমাক! অপৰাধী গোহাঁইসকল
সাহ কৰি নাচাপে ওচৰ। আপোনাৰ
নাপালে আদেশ, বুকু পাতি শত্ৰুৰ গুলিত
প্ৰাণ দিব, ৰণ কিন্তু নিদিয়ে কদাপি।

বুঢ়া গোঃ—যাম মই নিজে ৰণলই।
যুজিম অকলে আজি! দেখিব বঙালে,
আহোমৰ বাহুবল বৃদ্ধ বয়সত।
গোহাঁই সবৰ যাৰ ইচ্ছা আহিব লগত।
নকৰোঁ আদেশ মই।

সত্ৰাজিৎ—ডাঙ্গৰীয়া! কি আদেশ মোৰ প্ৰতি?
যামনে লগত মই নিজ সৈন্য লৈ?

বুঢ়া গোঃ—তুমি! নালাগে তোমাক। নিবিচাৰোঁ
সাহায্য তোমাৰ। নিজ সৈন্য লৈ
থাকা গই নিজ বাহৰত। ৰাখিবা মনত,—
আদেশ লঙ্ঘন কৰি যোৱা যদি
ৰণ ভূমিলই, প্ৰাণ লৈ উলটিব নোৱাৰা
কদাপি। নিজ হাতে খণ্ড খণ্ড কৰি
উটুৱাম বৰনৈৰ কোবাল সোঁতত।
নকৰোঁ অপেক্ষা মই ৰজাৰ আদেশ—　　( যায়গৈ )

সত্ৰাজিৎ—ইমান অপমান! ইমান অহঙ্কাৰ!
বাৰু অবিলম্বে প্ৰতিফল পাবা।　　( যায়গৈ )

## পঞ্চম দৃশ্য—শ্ৰীঘাট পৰ্ব্বত।

( হাতত হিলৈ লৈ লাঙ্গি সোমাই আহে )

লাঙ্গি—এইবাৰ বুঢ়াগোহাঁই! তোমাৰ আজি নিস্তাৰ নাই! তুমি মৰিবই লাগিব। তোমাৰ মৃত্যুত যদি অসমীয়া ধ্বংস হয় হওক; তথাপি তুমি মৰিব লাগিব। তুমি লাঙ্গিৰ শত্ৰু! লাঙ্গিৰ শত্ৰু পৃথিবীত কোনো জীয়াই থাকিব নোৱাৰে।

( নিলগত অসমীয়াৰ জয়ধ্বনি )

( নিলগলৈ চাই ) অ, বুঢ়া নিজে আগবাঢ়ি গৈছে। বাৰু উলটিব পাৰেনে নোৱাৰে চাওঁ।

( সত্ৰাজিৎ সোমাই আহে )

ইকি! আপুনি ৰণলৈ যোৱা নাই?

সত্ৰাজিৎ—মোৰ সকলো উদ্দেশ্য ব্যৰ্থ হ'ল বন্ধু! বুঢ়াগোহাঁয়ে মোক সন্দেহ কৰি ৰণলৈ যাবলৈ নিদিলে।

লাঙ্গি—আপোনাক যাব নিদিলে? বাৰু, তেনেহলে মই যাম। সোৱা চাওকচোন, বুঢ়াই আজি সকলোৰে সমুখত গৈ মতলীয়া হৈ ৰণ কৰিছে। ই আজি প্ৰাণ লৈ উলটিব পাৰিবনে?

সত্ৰাজিৎ—উঃ! কি ভয়ঙ্কৰ ৰণ! এই বুঢ়াৰ বাহুত ইমান শক্তি! চাওকচোন দুই হাতে অস্ত্ৰ চলাইছে।

( নিলগত অসমীয়াৰ জয়ধ্বনি )

সৰ্ব্বনাশ! মুছলমানে হতাহতি ৰণ এৰি হুঁহুকি গৈছেগৈ!

( নিলগত অসমীয়াৰ জয়ধ্বনি আৰু বন্দুকৰ শব্দ )

লাঙ্গি—ভালেই হ'ল। দুয়ো পক্ষই এতিয়া গুলি চলাইছে। কাৰ গুলিত কোন মৰে ঠিক নাই। সোৱা চাওক, বুঢ়া গোহাঁই

হাতীত উঠি হিলৈদাৰীহঁতক আগ বঢ়াই দিছে। মই এই পৰ্ব্বতৰ আঁৰে আঁৰে গৈ বুঢ়াক লগ ধৰোঁগৈ। আপুনি ইয়াৰপৰা ৰং চাওক। (লাঙ্গি যায়গৈ)

সত্ৰাজিৎ—এইবাৰ নিশ্চিন্ত। বুঢ়াগোহাঁই ৰণত নপৰে যদি নিশ্চয় এই স্বদেশদ্ৰোহী পিশাচৰ হাতত প্ৰাণ দিব। কি আচৰিত! যি জাতিৰ ইমান সাহ, যাৰ বাহুত ইমান বল, যি জাতিয়ে স্বদেশৰ হকে সততে প্ৰাণ দিবলৈ প্ৰস্তুত, তেনে এটা জাতিৰ ভিতৰতো ইয়াৰ নিচিনা জ্ঞাতিদ্ৰোহী নৰপ্ৰেত জন্ম ধৰে! অসমীয়াৰ দুৰ্ভাগ্য যে ই সিহঁতৰ ভিতৰত জন্ম ধৰিছিল। কিন্তু ইয়েই মোৰ সৌভাগ্যৰ কাৰণ হব। ইয়াৰ নিচিনা পিশাচ এটাক হাতত লব নোৱাৰিলে কাৰ সাধ্য অসম দেশ বলেৰে অধিকাৰ কৰিব!

(নিলগত বন্দুকৰ শব্দ, "আল্লাহু আকবৰ" ধ্বনি আৰু কোলাহল)

অ, অসমীয়া পলাবলৈ ধৰিছে। বুঢ়াগোহাঁই হাতীৰ ওপৰত নাই দেখোন! সোৱা মানুহবোৰ যেনিয়ে-তেনিয়ে ভাগিছে! মই আঁতৰোঁ, কোনোবাই সন্দেহ কৰিব পাৰে।

(যায়গৈ)

(কিছুমান পলৰীয়া অসমীয়া সৈন্য সোমাই আহে)

১ম সৈন্য—ব'ল ব'ল, বঙাল এতিয়া পাবহিয়েই।

২য় সৈন্য—আমি গড়ৰ ভিতৰ সোমাওঁ, ব'ল।

(নিলগত বন্দুকৰ শব্দ)

৩য় সৈন্য—চাচোন, আমাৰ মানুহে আকৌ ৰণ কৰিছে গৈ।

১ম সৈন্য—ডাঙ্গৰীয়া পৰিল যেতিয়া ৰণ কৰি কি হব? ব'ল আমি যাওঁগৈ।

( লাঙ্গি সোমাই আহে )

লাঙ্গি—সাৱধান! কোনো নপলাবি। পলালে কাৰো নিস্তাৰ নাই। ব'ল, ওলট।

১ম সৈন্য—ডাঙ্গৰীযা পৰিল, আৰু কোনে ৰণ চলাব?

লাঙ্গি—কটা! ডাঙ্গৰীয়া পৰিল বুলি আৰু সেনাপতি নাইকিয়া হৈছেনেকি? এতিয়া মই তহঁতৰ ঘাই সেনাপতি। সোৱা, সকলোৱে ৰণ কৰিছে। ব'ল, আগ বাঢ়।

সৈন্যসকল—জয় স্বৰ্গদেও প্ৰতাপসিংহৰ জয়।

( সকলো বেগেৰে যায়গৈ )

## ষষ্ঠ দৃশ্য—পথাৰ

( গৰখীযা ল'ৰা তিনিটা সোমাই আহে )

১ম গঃ—দেখিলি চেপেটা, লাঙ্গি ফুকনৰ কাণ্ড? মই কৈছিলোঁ নহয়, বোলো ইয়াক দেখিলেই মোৰ কেনেবা লাগে।

৩য় গঃ—সি হিলৈ ফুটুৱা দেখিছিলো, পাছে কাক মাৰিলে ততকে ধৰিব নোৱাৰিলোঁ। সঁচাকৈ তাৰ গুলিতে ডাঙ্গৰীয়া পৰিলনেকি?

১ম গঃ—তই এতিয়াও বিশ্বাস কৰা নাইনে? মই নিজ চকুৰে দেখিলোঁ।

২য় গঃ—ময়ো দেখিলোঁ। সি হাবিৰ মাজে মাজে গৈ পৰ্ব্বতত উঠোতেই মোৰ সন্দেহ হ'ল। সেইহে কৈছিলোঁ বোলো আহচোন, ই কি কৰে চাওঁ।

৩য় গঃ—সি আমাক নেদেখিলে, নহয়নে?

২য় গঃ—নেদেখিলেহেঁতেন। দেখা হলে সুখেৰে এৰিলেহেঁতেন নে?

১ম গঃ—এইবোৰ কথা কাৰো আগত মুলিয়াবি পায়। সি গম পাব লাগিলে আমাৰ ফালে আহৰি!

৩য় গঃ—মুলিয়াওঁ। পাছে চিকনক হলে মনে মনে কম। সি এই মানুহটোৰ লগত থাকিব নালাগে। গুচি আহক।

১ম গঃ—তাক কব যদি মনে মনে কৰি বাৰু। পাছে চিকন নাহিব হবলা। অ, সৌ দুটা কোন চাচোন!

২য় গঃ—আও, এই ৰজাটোৰ লগত হালোৱাটো লগ খালে কেনেকৈ?

৩য় গঃ—সেইজন পাণ্ডুৰ থানাদাৰ। মই চিনি পাওঁ। ইটো মানুহকো কৰবাত দেখিছো যেন লাগিছে।

১ম গঃ—সিহঁত এই ফাললৈকে আহিছে। ব'ল, আমি যাওঁ!

( তিনিও যায়গৈ )

( কথা পাতি পাতি সত্ৰাজিৎ আৰু গোবিন্দ সোমাই আহে )

সত্ৰাজিৎ—বৰ আচৰিত কথা! ৰজা ইয়াতে থাকোতে আপোনালোক কেনেকৈ ধৰা পৰিলে?

গোবিন্দ—ৰাজধানী এতিয়া ৰাণীৰ হাতত। এদিন ৰাতি আমি প্ৰায় আটাইবোৰ মানুহ এঠাইত গোট খাই মন্ত্ৰণা কৰিছিলোঁ। কুৱঁৰীয়ে কেনেকৈ গম পালে কব নোৱাৰোঁ, এজাক সৈন্য পঠাই দি সকলোকে বেৰি ধৰালে। মই আৰু দুজনমান কোনোমতে পলাই সাৰিছোঁ। বাকী সকলো ধৰা পৰিল।

সত্ৰাজিৎ—এই পিশাচিনীয়ে মোক জীৱনত পদে পদে বাধা দিছে! মোৰ কথা প্ৰকাশ হবৰ আশঙ্কা আছেনে?

গোবিন্দ—আপোনাৰ কথা আমাৰ দলৰ কোনো মানুহে নাজানে। আপোনাৰ কোনো আশঙ্কা নাই। মইহে এতিয়া ৰক্ষা

পৰিবৰ উপায় দেখা নাই। কুৱঁৰীয়ে ইয়ালৈকে মোক বিচৰাই মানুহ পঠাইছে বুলি শুনিছোঁ। মুছলমানৰ ৰাজ্যতো অকস্মাৎ সোমালেগৈ চোৰাংচোৱা বুলি বন্দী কৰিব।

সত্ৰাজিৎ—আপোনাৰ কোনো চিন্তা নাই। লুকিত মোৰ আপোন মানুহ আছে; এতিয়া আপুনি তাতে থাককগৈ। সুবিধামতে চিনাকি মানুহ লগত দি নবাবৰ ওচৰলৈ পঠাই দিম।

গোবিন্দ—ভাল, তেন্তে তাৰে দিহা কৰক। এই কেইদিন মোৰ খাৱন-শোৱন নাই।

সত্ৰাজিৎ—আপোনাক এই অৱস্থাত দেখিলে কোনেও বেগেতে চিনিব নোৱাৰে। এতিয়া সৌ হাবিতে লুকাই থাককগৈ। মই বিশ্বাসী মানুহ এজনৰ হাতত আহাৰ-পানী পঠাই দিওঁগৈ।

গোবিন্দ—ভাল, মই আহোঁ তেন্তে।

( যায়গৈ )

সত্ৰাজিৎ—সকলো নিস্ফল হ'ল। ইমান সহজে ধৰা পৰিব বুলি নাভাবিছিলোঁ। যাওঁ, লাঙ্গিৰে সৈতে পৰামৰ্শ কৰি চাওঁগৈ।

( যায়গৈ )

## সপ্তম দৃশ্য—চামধৰাত ৰজাৰ বাহৰ

( প্ৰতাপসিংহ অকলে )

প্ৰতাপ—সুবুজোঁ কাৰণ একো! অসম্ভৱ
ঘটিছে সকলো! ৰাজদ্ৰোহী, জ্ঞাতিদ্ৰোহী
আহোম সন্তানে শেহাস্তত ৰক্ষা কৰে
ৰাজ-কুৱঁৰীক! স্বদেশৰ হেতু ঢালি দিয়ে
অকাতৰে দেহৰ শোণিত! নিৰ্দ্দোষীনে

আখেক গোহাঁই? বিনা বিচাৰত
বিহিলোঁনে প্ৰাণদণ্ড তাৰ? কাক মই
বিশ্বাস কৰিম? আনফালে বহুদৰ্শী
বৃদ্ধ মন্ত্ৰী মোৰ আদেশ লঙ্ঘন কৰি,
আক্ৰমিলে বঙালক হাজোৰ গড়ত!
ধ্বংস কৰি সৈন্য মোৰ আহিল উলটি!
অসম্ভৱ, তথাপিতো ধ্ৰুৱ সত্য সকলো ঘটনা!
যেন কোনো অদৃশ্য শক্তিয়ে অসমৰ
ভাগ্যচক্ৰ ধৰি, বিদ্ৰূপিছে বাহুবল
অসম বীৰৰ; বিদ্ৰূপিছে উচ্চাকাঙ্ক্ষা মোৰ!
কোনে জানে শেষ ফল তাৰ? শত্ৰু-মিত্ৰ
নুবুজো প্ৰভেদ, কাক মই বিশ্বাস কৰিম?

( দুৱৰী সোমাই আহি সেৱা কৰে )

দুৱৰী—স্বৰ্গদেও ঈশ্বৰ! লাঙ্গি ফুকনৰ ত'ৰপৰা কটকী এজন আহি ৰৈ আছেহি।

প্ৰতাপ—আহিবলৈ দে।

( দুৱৰী সেৱা কৰি যায়গৈ )

প্ৰতাপ—লাঙ্গিৰ কটকী! ঘাই সেনাপতি হৈ
এইবাৰো নপঠালে ৰণৰ সংবাদ!
এইবাৰো ঘাটিল নিশ্চয়!

( কটকী সোমাই আহি সেৱা কৰে )

প্ৰতাপ—কি সংবাদ কটকী?

কটকী—স্বৰ্গদেও ঈশ্বৰ! শ্ৰীঘাটৰ ৰণত জয়-পৰাজয় অনিশ্চিত। কিন্তু বৰ বেজাৰৰ কথা স্বৰ্গদেও! আমাৰ ভালেমান সৈন্য-সেনাপতি আৰু বুঢ়াগোহাঁই ডাঙৰীয়া ৰণত পৰিল।

প্ৰতাপ—কি কলি কটকী! ডাঙ্গৰীয়া ৰণত পৰিল! তেনেহলে আমাৰ গোটেই সৈন্য ধ্বংস হ'ল। তই জয়-পৰাজয় অনিশ্চিত বুলিছ কিয়?

কটকী—আমাৰ গোটেই সৈন্য ধ্বংস হোৱা নাই স্বৰ্গদেও! ডাঙ্গৰীয়াই অকলে শত্ৰুসৈন্যৰ সমুখত হতাহতি ৰণ কৰি অসংখ্য শত্ৰু নাশ কৰি শেহত শত্ৰুৰ গুলিত প্ৰাণ দিলে। ডাঙ্গৰীয়া পৰিলত লাঙ্গি ফুকনে নিজকে ঘাই সেনাপতি বুলি কৈ সকলোকে গোটাই আনি পুনৰ ৰণ দিলেগৈ। মুছলমানে শ্ৰীঘাটৰ কোঠ অধিকাৰ কৰিব নোৱাৰি হাজোলৈ উলটি গ'লগৈ। শত্ৰুপক্ষৰো অসংখ্য সৈন্য-সেনাপতি ৰণত পৰিল।

প্ৰতাপ—বুজিছোঁ। কটকী! তই লাঙ্গি ফুকনক কবি, তেওঁৰ কাৰ্য্যত আমি বৰ সন্তোষ পাইছোঁ। তেওঁ ঘাই সেনাপতি পদৰ মৰ্য্যাদা ৰক্ষা কৰিছে; সেই বাবে আমি তেওঁক সেই পদৰপৰা নসমাওঁ। তেওঁক কবি হাজোত গৈ বঙ্গালক সম্প্ৰতি ধৰিবগৈ নালাগে। শ্ৰীঘাটৰ কোঠ ৰক্ষাৰ দিহা কৰি তেওঁ গুৱাহাটীলৈ উলটি আহক। আমি বঙ্গালৰপৰা কাঢ়ি লোৱা ৰাজ্যখণ্ডত তেওঁক বৰফুকন পাতিম।

কটকী—স্বৰ্গদেও!

( সেৱা কৰি যায়গৈ )

প্ৰতাপ—( ভাবি ভাবি ) অভিমানী বীৰ!
স্বইচ্ছাৰে প্ৰাণ দিলা তুমি! বুজিছোঁ
কাৰণ মই! যোৱা বীৰ! নাই আৰু
অভিমান মোৰ। নাৰাখোঁ কপট আৰু।
জন্মভূমি ৰক্ষাৰ কাৰণে, আজীৱন
অস্ত্ৰ ধৰি, শেহান্তত ইচ্ছামৃত্যু কৰিলা বৰণ!

তুচ্ছ কৰি ৰজাৰ বিচাৰ, মানে মানে
আঁতৰিলা! ভীষ্মদেৱ! নোদোঁৱালা
উচ্চশিৰ তুমি! কিন্তু আজি তোমাৰ কাৰণে
কান্দি উঠে প্ৰাণ মোৰ। অসহায় শিশু
আজি মই! আজিহে বুজিলোঁ, কাৰ সাহসত
যুঁজিছিলোঁ অতকাল ভাৰত বিজয়ী
এই মোগল সেনাৰে! কোনে বোলে অনিশ্চিত
জয়-পৰাজয়? তোমাৰ মৃত্যুত, খহিল
দক্ষিণ হাত! কাক পাতো সেনাপতি আৰু?

( যায়গৈ )

## পঞ্চম অঙ্ক।

### প্ৰথম দৃশ্য—ব্ৰহ্মপুত্ৰৰ দাঁতি

( চিকন অকলে )

চিকন—লীলাময়! বুজিছোঁ তোমাৰ লীলা!
পাপৰ পথত দোপে দোপে উঠি গৈ
পাপী আজি সৌভাগ্যৰ উচ্চ শিখৰত।
চন্দ্ৰ-সূৰ্য্য, গ্ৰহ-তৰা সবে হাঁহিমুখে
চাই আছে, হাঁহিমুখে চাই আছে
দেৱতাসকলে! কোনেও নকৰে কাণ!
নাই যদি কৰ্ম্মফল, উদ্দেশ্যবিহীন যদি
গোটেই জগত, ইমান শৃঙ্খলা কিয়
বিশ্বৰ বুকুত? চন্দ্ৰ-সূৰ্য্য কিয় থাকে
শূন্যত ওলমি? কালান্তক মূৰ্ত্তি ধৰি
ধুমুহা বতাহে বিশ্বনাশ কৰা নাই কিয়?
গ্ৰহ-তৰা লক্ষ্যভ্ৰষ্ট হৈ, ইটোৰে সিটোত
পৰি ৰেণু ৰেণু হৈ উৰি যোৱা নাই কিয়?
কাৰণ বিহীন? অসম্ভৱ! উচ্ছৃঙ্খল সুখী যদি,
ইমান অশান্তি কিয় পাপীৰ প্ৰাণত?
বাসনা বহ্নিত জ্বলিব লাগিছে নিতে!
মুমুমায় এই জুই তাৰ! লগে লগে
চিন্তা-ভয়, পাপৰ পোৱণি আছে তাৰ
চিৰ লগৰীয়া! বাসনাৰ অনলত

আহুতি যোগাই পূৰ্ণ হলে মহাপাপ,
অন্ত হব লীলা-খেলা ইহ জনমৰ।
নিজহাতে ধ্বংসপথ মুকলি কৰিছে।
কি সুন্দৰ বিধান তোমাৰ!

( ছদ্মবেশী চেংধৰা সোমাই আহে )

চেংধৰা—( প্ৰণাম কৰি ) মোক চিনিছেনে আইদেউ?

চিকন—সাৱধান! মনত আছেনে চোৰাংচোৱা! তুমি মোৰ আদেশ পালন কৰিবলৈ প্ৰতিজ্ঞা কৰিছা?

চেংধৰা—আছে আইদেউ! এই ঠাই নিৰ্জ্জন। আশঙ্কাৰ কোনো কাৰণ নাই।

চিকন—উজনিত তোমাৰ কাৰ্য্য সমাধা হলনে?

চেংধৰা—গোবিন্দৰ দলটো ধৰাই দিলোঁ। গোবিন্দ হলে ধৰা নপৰিল। সি এই ফাললৈ পলাই আহিল। শ্ৰীঘাট পৰ্ব্বতৰ ওচৰত গৰখীয়া ল'ৰা কেইটামানৰ মুখে শুনিলোঁ সিহঁতে বোলে তেনে চেহেৰাৰ মানুহ এটাক সত্ৰাজিতৰ লগত কথা পতা দেখিছিল।

চিকন—সেই ল'ৰা কেটাৰ নাম জানানে?

চেংধৰা —এটাৰ নাম চেপেটা, ই কেটাৰ নাম নাজানো।

চিকন—স্বৰ্গদেও এতিয়া ক'ত আছে?

চেংধৰা—স্বৰ্গদেও এতিয়া ভটিয়াই আহি কাজলীমুখত আছেহি। মই তাতে লগ ধৰি বিদ্ৰোহীহঁতৰ সকলো ঘটনা জনালোঁ।

চিকন—লাঙ্গিৰ কথাও কলানেকি?

চেংধৰা—তাৰ কথা কবলৈ তাৰ বিৰুদ্ধে একো প্ৰমাণ পোৱা নাই। মই নিজৰ চিনাকিও দিয়া নাই। সত্ৰাজিতৰ যে বিদ্ৰোহী দলত যোগ আছে তাকেহে বুজাই কলোঁ।

চিকন—ৰজাই পাছে কি আদেশ দিলে?

চেংধৰা—সত্ৰাজিতক তৎক্ষণাৎ বন্দী কৰি পঠাবলৈ আদেশ দি লাঙ্গিৰ ওচৰলৈ কটকী পঠাইছে। মই আইদেউক লগ ধৰি সকলো কথা জনাওঁ বুলি আগে আগে গুচি আহিলোঁ। সত্ৰাজিতৰ লগত যদি লাঙ্গিৰো যোগ আছে তেন্তে এইবাৰ ধেমালি ওলাব। আইদেৱে কিবা গম পায়নে?

চিকন—মই এতিয়া লাঙ্গিৰ লগুৱা। মই জানো, সত্ৰাজিতৰ লগত লাঙ্গিৰ বৰ মিল আছে। সিহঁতৰ ভিতৰুৱা কথা জানিব পৰা নাই।

চেংধৰা—এতিয়া গম পাব। সত্ৰাজিতক বন্দী কৰিবলৈ আদেশ পাই সি কি কৰে আউদেৱে মন কৰিব।

চিকন—বাৰু! এতিয়া তুমি পুনৰ শ্ৰীঘাটলৈ যোৱা গৈ। তুমি যে গৰখীয়া ল'ৰা কেটাৰ কথা কৈছা, সিহঁত মোৰো চিনাকি। সিহঁতৰ এটাই সিদিনা মোক মনে মনে কৈ গ'ল বোলে লাঙ্গিয়ে হেনো বুঢ়াগোহাঁই ডাঙ্গৰীয়াক নিজহাতে গুলিয়াই মাৰিলে।

চেংধৰা—উঃ! কি ভয়ানক কথা! কথাটো সঁচানে আইদেউ?

চিকন—সঁচা মিছা সিহঁতক সুধি উলিয়াব লাগে। সিহঁতে কথাটো উলিয়াবলৈ ভয় কৰে। পোনে পোনে সুধিলে নকবও পাৰে। সিহঁত তিনিওটাই যদি দেখিছোঁ বুলি কয়, তেন্তে ৰজাৰ আগত যাতে সাক্ষী দিয়েহি তুমি তাৰ দিহা কৰিবা।

চেংধৰা—ভাল আইদেউ! মই সিহঁতক পোনাব পাৰিম; পাছে, লাঙ্গি যেনে. চতুৰ সি ল'ৰাৰ কথা উৰুৱায়ে দিব হবলা। ৰজাই বিশ্বাস কৰিবনে?

চিকন—সেইটো মই বুজিছোঁ। তাক হাতে হাতে ধৰাই দিবৰ দিহা

কৰিব লাগিব। এতিয়া তুমি যোৱা; আকৌ এবাৰ লগ ধৰিবা। কি দিহা হয় সকলো কম।

চেংধৰা—ভাল আইদেউ।

( প্ৰণাম কৰি যায়গৈ )

( চিকন আনফালে যায়গৈ )

## দ্বিতীয় দৃশ্য—বৰফুকনৰ চ'ৰা।

( লাঙ্গি বৰফুকন অকলে )

লাঙ্গি—ক'ত চোৰাংচোৱা আৰু ক'ত বৰফুকন! মিছা নহয়, কপালীৰ কপালখন কোনে কাঢ়ি নিব পাৰে? এতিয়াও অলপ বাকী আছে। আৰু এখোপ উধাব পাৰিলেই হয়। এই প্ৰতাপসিংহ জীয়াই থাকেমানে মোৰ চকুত টোপনি নধৰা হৈছে। গোবিন্দৰ দলটো ধৰা পৰিল বুলি আৰু উপায় নোলাবনে? এতিয়া কলিয়াবৰৰ পৰা এইছোৱা দেশ দেখোন মোৰ হাততেই। বাৰু, দেখা যাব। প্ৰতাপসিংহ ৰণ কৰি কৰি আৰু জুকলা হওক। কোনোমতে সন্ধি হবলৈ দিয়া নাযায়।

( আসনত বহে )

( চিকন সোমাই আহে )

লাঙ্গি—কি সংবাদ চিকন?

চিকন—দেউতা ঈশ্বৰ! স্বৰ্গদেওৰ তাৰপৰা কটকী এজন আহি বৈ আছেহি।

লাঙ্গি—কটকী আহিছে? তই সুধিছিলিনে কি বাৰ্তাৰি আনিছে?

চিকন—সুধিছিলোঁ দেউতা, কটকীয়ে বোলে কথা গুপুত।

লাঙ্গি—বাৰু, তেওঁক লৈ আহগৈ।

( চিকনে প্ৰণাম কৰি যায়গৈ )

লাঙ্গি—গুপুত বাতৰি কি আনিছে? সন্ধিৰ প্ৰস্তাৱ নেকি? সন্ধি হবলৈ দিয়া নাযায়।

( চিকন আৰু কটকী সোমাই আহে )

লাঙ্গি—কটকী! স্বৰ্গদেওৰ কুশলনে? আমাৰ প্ৰতি কি আদেশ?

কটকী—হৈছে ডাঙ্গৰীয়া! ঈশ্বৰৰ কৃপাত স্বৰ্গদেওৰ সকলো মঙ্গল। এই পত্ৰতে সকলো বুজিব।

( পত্ৰ দিয়ে )

লাঙ্গি—( পঢ়ি চাই মনতে ) সৰ্ব্বনাশ! সত্ৰাজিতক তৎক্ষণাৎ বন্দী কৰি পঠাবলৈ আদেশ দিছে! বিদ্ৰোহীৰ লগত তেওঁৰ যোগ আছে বুলি নিশ্চয় কেনেবাকৈ জানিব পাৰিলে। তেওঁ ধৰাঁ পৰিলে দেখোন আমাৰ ফালেও আহৰি! কি উপায় কৰোঁ!

কটকী—আমাৰ প্ৰতি কি আদেশ ডাঙ্গৰীয়া?

লাঙ্গি—তুমি উলটি গৈ স্বৰ্গদেওক জনাবা, স্বৰ্গদেওৰ আদেশ মতে কাৰ্য্য কৰা হব।

কটকী—ভাল ডাঙ্গৰীয়া!

( প্ৰণাম কৰি যায়গৈ )

লাঙ্গি—( ভাবি ভাবি ) বাৰু উপায় হব। সত্ৰাজিতক মনে মনে সাৱধান কৰি দিওঁ; তেওঁ পলাই যকগৈ। নিজে কেনেবাকৈ গম পাই পলালে বুলি কম। যোৱাৰ আগতে তেওঁক এবাৰ লগ ধৰি অলপ আলোচনা কৰিব লাগিব। ক'ত লগ ধৰোঁ? অ', ঠিক কথা। উমানন্দত মানুহ-দুনুহ বৰকৈ নাথাকে; তাতে এবাৰ লগ ধৰিবলৈ লিখি দিওঁ। ( চিকনলৈ চাই ) চিকন! ওচৰলৈ আহচোন।

চিকন—কি কয় দেউতা ?

লাঙ্গি—( মুখলৈ চাই ) তোৰ মুখখন চিনাকি চিনাকি যেন লাগে! তোক আগেয়ে কৰবাত দেখিছিলোঁ। নেকি অ' ?

চিকন—ক'ত দেখিব ? পূৰ্ব্বজন্মত দেখিছিলে হবলা।

লাঙ্গি—পূৰ্ব্বজন্মত ? তই পূৰ্ব্বজন্ম-পৰজন্ম বিশ্বাস কৰ নেকি ?

চিকন—কিয় নকৰিম ? পূৰ্ব্বজন্মৰ কৰ্ম্মফল এই জন্মত ভোগ কৰিছোঁ। এই জনমত যি পাপ কৰিছোঁ তাৰ বাবে ইহজন্ম আৰু পৰজন্মত অনন্ত নৰক-যাতনা ভোগ কৰিব লাগিব। যাৰ অবাবত ৰক্তপাত কৰিছোঁ, তেওঁ হয় ইহজন্মত নাইবা পৰজন্মত নিশ্চয় প্ৰতিশোধ লব। আপুনি এইবিলাক কথা বিশ্বাস নকৰে নেকি ? আপুনি কোনো পাপ কৰা নাইনে ?

লাঙ্গি—( বিচলিত হৈ উঠি ) কি ? পাপ ? পাপ! প্ৰতিশোধ!! কোনে প্ৰতিশোধ লব ? হ-হা-হা—আখেক! আখেকে প্ৰতিশোধ লব! আখেকৰ নাম শুনিছ তই ? সি ক'ত আছে কব পাৰ ?

চিকন—( বুকুৰ পৰা ছুৰী উলিয়াই ) মনে মনে থাক পিশাচ! তোৰ তেজেৰেই তোৰ তেজৰ পিয়াহ গুচাম।

লাঙ্গি—( পাচ হুঁহকি ) সামান্য লগুৱা হৈ তই মোক ইমান কথা কৱ ?

চিকন—আপোনাক কোৱা নাই। আপোনাৰ গাত পিশাচ লম্ভি সেইবিলাক বলিয়ালি বকিছে। মই সেই পিশাচক কৈছোঁ।

লাঙ্গি—মিছা কথা। পাপ-পুণ্য নাই। তই সেইবোৰ বিশ্বাস নকৰিবি। উঃ! তোৰ চকু কেটা তিৰবিৰকৈ জ্বলিছে! তই মোলৈ তেনেকৈ চাৱ কিয় ? সঁচাকৈয়ে মোৰ গাত পিশাচ আছে বুলি ভাবনেকি ?

চিকন—দেখাত আপুনি মানুহ। অন্তৰত ভূত আছে নে পিশাচ আছে কেনেকৈ জানিম ?

লাঙ্গি—মিছা কথা। তই সেইবোৰ কথা নাভাবিবি। মই ধেমালি কৰিছিলোঁ, বুজিছ ? এইবিলাক কথা কাকো নকবি দেই! তই এটা বৰ সাহিয়াল ল'ৰা যেন পাইছোঁ অ'! বাৰু, তই এটা কাম কৰিব পাৰিবিনে ?

চিকন—পাৰিমতোন! কি কৰিব লাগে কওক।

লাঙ্গি—তোৰ হাতত মই এডুখৰি পত্ৰ দিম। তই লৈ গৈ পাণ্ডুৰ থানাদাৰক দিবিগৈ, আৰু থানাদাৰৰ উত্তৰ আনি মোক দিবিহি। অকলে যাব লাগিব। পাৰিবিনে ?

চিকন—পাৰিমতোন! তাহানি চেপেতা ককায়ে তেনেকৈ পত্ৰ নিয়া মই কৰ পাৰোঁ নহয়।

লাঙ্গি—সি তোৰ আগত কৈছিল নেকি ?

চিকন—ওঁ, মোকো পত্ৰ নিবলৈ আপুনি কব বুলি ভাবি, কেনেকৈ নিব লাগে, কাক দিব লাগে, সকলো শিকাই থৈছে।

লাঙ্গি—সি বৰ বুধিয়ক ল'ৰা। বাৰু মই পত্ৰ লিখি আনো, তই অলপ ৰ।

( লাঙ্গি যায়গৈ )

চিকন—পুৰি মৰ্ স্বামীহন্তা! জনমে জনমে
তিলে তিলে দগ্ধ কৰি তোক জ্বলাম
সততে মই। নোৱাৰ শান্তিৰে শুব।
যতদিন থাকিবি ধৰাত, নাপাব বিশ্ৰাম তই।
ছায়া হৈ লগে লগে তোৰ, দেখুৱাম
বিভীষিকা শয়নে-সপোনে। জীয়ন্তে
ভুগিবি তই নৰক-যন্ত্ৰণা। কোন মই,—

সপোনতো ভবা নাই তই! যেতিয়া জানিবি,
দগ্ধ হবি অনুতাপ অনলত পুৰি।
তেতিয়া বুজিবি তই নিজ কৰ্ম্মফল।
ভৰি দিলি নিজৰ ফান্দত! ৰক্ষা নাই
আৰু তোৰ। তোৰ প্ৰতাপত সন্তাপিতা
বসুমতী অচিৰতে সান্ত্বনা লভিব;
তৃপ্ত হব স্বামী মোৰ!

( লাঙ্গি সোমাই আহে )

লাঙ্গি—চিকন। তই লিখা-পঢ়া জাননে?

চিকন—নাজানোঁ। মোকনো কোনে শিকাব?

লাঙ্গি—বাৰু মই শিকাম। তই মোৰ লগত থাকিলে ডাঙ্গৰ মানুহ হব পাৰিবি, জানিছ? এয়া পত্ৰ। চাওঁ আহচোন, মই কঁকালত বান্ধি দিওঁ, কৰবাত পৰিব পাৰে।

চিকন—( পাচ হুঁহকি ) নালাগে, দিয়ক মই নিজে বান্ধি লওঁ।

লাঙ্গি—( পত্ৰ দি ) বান্ধ মোৰ আগতে। কাকো নেদেখুৱাবি, আৰু তই কলৈ যাব সেই কথাও কাকো নকবি, বুজিছ?

চিকন—( কঁকালত পত্ৰ বান্ধি ) ওঁ, নকওঁ।

লাঙ্গি—বাৰু, এতিয়া যা; শীঘ্ৰে উলটিবি।

( চিকন প্ৰণাম কৰি যায়গৈ )

লাঙ্গি—( ভাবি ভাবি ) কত দেখিছিলোঁ এই সুন্দৰ চকুযুৰি? মোৰ কথাবোৰ শুনি তাৰ চকুযোৰ কেনে ঢুলঢুলীয়া পৰি গ'ল। সঁচাকৈয়ে সি বৰ ভয় খালে। ছিঃ! আজি কি বলিয়ালিখন বকিলোঁ! ল'ৰাটোৱে বা মনত কি ভাবিছে! সি কিজানি বুজিব পাৰিলেনে কি? বাৰু, এবাৰ ভালকৈ সুধি চাম।

সঁচাকৈয়ে পৰজন্ম আছে নেকি? চকু মুদিলেই যে আখেকক
চকুৰ আগত দেখোঁ! ই সঁচাকৈয়ে প্ৰতিশোধ লব নেকি?
উঃ! ই মৰিও মৰ-কামোৰ নেৰা হ'ল!

( যায়গৈ )

## তৃতীয় দৃশ্য—কুৱঁৰীৰ বুলনি

( মঙ্গলময়ী, কমলা আৰু পদুমী )

কুৱঁৰী—কমলা! ৰজাৰ আদেশ, যোৱা তুমি
কামৰূপলই। স্বামীৰ কাৰ্য্যৰ বাবে
যদিওবা দায়ী তুমি, তিৰীবধ নকৰে
ৰজাই। নাই চিন্তা, ৰক্ষা পাবা তুমি।

কমলা—মহাৰাণী! প্ৰাণৰ ভয়ত
চপা নাই কায মই। দয়াময়ী! দিয়া মোক
পতি-পুত্ৰ দান। নতু মোৰ ক্ষুদ্ৰ প্ৰাণ লৈ
ৰক্ষা কৰা পতি-পুত্ৰ মোৰ।

কুৱঁৰী—অসম্ভৱ! সত্ৰাজিৎ ক্ষমাৰ অযোগ্য।
দুৰ্ভাগ্য তোমাৰ ৰাণী,—পৰিলাহি
এনেহেন স্বামীৰ হাতত। নোৱাৰা খণ্ডাব
তুমি পতিহীনা যোগ। যোৱা,
সত্ৰাজিৎ ধৰা পৰে যদি, ৰক্ষা পাব
সন্তানে তোমাৰ। নতু পুত্ৰহীনা হবা তুমি।
নকৰে ৰজাই ক্ষমা ৰাজদ্ৰোহী দুৰন্ত জনক।

কমলা—কি কলা কুৱঁৰী? পতিহীনা যোগ মোৰ!
নাৰী হৈ নাৰীৰ আগত কোন সতে

এনে কথা কোৱা? সৌমাৰ কুৱঁৰী তুমি,
অসমৰ ৰাজশক্তি তোমাৰ হাতত।
ইচ্ছা যদি কৰা তুমি, নোৱাৰানে দিব
মোৰ স্বামী-পুত্ৰ দান? বিধবাৰ
চকুৰ পানীৰে কলঙ্কিত হ'বলই
ৰজাৰ আসন, কৰানে আগ্ৰহ ৰাণী?

কুৱঁৰী—সত্ৰাজিৎ অতি নীচ ক্ষত্ৰিয় কলঙ্ক।
ক্ষত্ৰ হৈ নুবুজে সি নাৰীৰ সম্মান।
নিৰাশ্ৰয়া পাই মোক ভৰলী ৰণত
অপমান কৰিছিলে আহি। তথাপি
ৰজাই সৰ্ব্বদোষ ক্ষমা কৰি যাচিলে
আশ্ৰয় তাক অসম ৰাজ্যত। ইমানতো
নেৰিলে স্বভাৱ। ক্ষমা নাই কাপুৰুষ
বিশ্বাস-হন্তাৰ। যোৱা ৰাণী! নধৰিবা মোক।

কমলা—স্বামী নিন্দা নকৰা কুৱঁৰী!
ভাগ্যৱতী তুমি মহাৰাণী, তুচ্ছজ্ঞান
কৰা মোক নিৰাশ্ৰয়া বুলি। চোৱাঁ ৰাণী!
মোৰো কপালত জিলিকিছে ৰাজদণ্ড
অক্ষয় সিন্দুৰ। কি সাধ্যে মচিবা তুমি?
নাই সাধ্য শত শত ৰাজ শকতিৰ
অন্যথা কৰিব তাক! নাই সাধ্য অতি
ক্ষুদ্ৰ সৌমাৰ-পতিৰ। তেজৰ পিয়াহ?
ৰাক্ষসী! তৃপ্ত হ'ব খোজ মোৰ স্বামীৰ
তেজেৰে? তাৰ আগে মোৰ তেজ খাই
তৃপ্ত কৰ প্ৰাণ তোৰ!

( ছুৰী উলিয়াই বুকুত মাৰিব খোজোতে কুৱঁৰীয়ে বাধা দিয়ে )

কুৱঁৰী—ক্ষান্ত হোৱা। পদুমী! ধৰা,
কাঢ়ি নিয়া ছুৰী।

কুৱঁৰী—ক্ষমা কৰা ৰাণী! তোমাৰ পুণ্যত
ৰক্ষা পাব স্বামীয়ে তোমাৰ। সতীৰ
তেজত দগ্ধ আজি সৰ্ব্বপাপ তেওঁৰ।
যোৱাঁ সতী! শক্তিময়ী তুমি। নিজ
শকতিৰে স্বামী-পুত্ৰ ৰাখিবা তোমাৰ।
তোমাৰ চকুৰ পানী নিদিওঁ পৰিব
মই অসম ৰাজ্যত। ৰাজ্যৰ মঙ্গল
হেতু সাধ্যমতে তুষিম তোমাক।

কমলা—বাধা দিলা ৰাজৰাজেশ্বৰী?
কিন্তু মোৰ ভাগ্যৰেখা নোৱাৰা মচিব।
আহিলে সময় মোৰ, নোৱাৰিবা
বাধা দিব আৰু।

( ওলাই যায় )

পদুমী—উঃ! ৰাণীৰ ইমান তেজ!

কুৱঁৰী—এই তেজৰ বলতে সেই কাপুৰুষ সত্ৰাজিতো ভাগ্যবান। ৰাণীৰ স্বামী-পুত্ৰ যেনে-তেনে ৰক্ষা কৰিব লাগিব।

পদুমী—আইদেউ! আপুনি তেনেহলে কামৰূপলৈ যাব নেকি?

কুৱঁৰী—যাম পদুমী। মোৰ আৰু এটা উদ্দেশ্য আছে। মই শুনিছোঁ আখেকৰ, বিধবা ৰূপহী ছদ্মবেশেৰে কামৰূপৰ ফালে আছেগৈ। তেওঁক বিচাৰি উলিয়াব লাগিব। এতিয়া তুমি প্ৰস্তুত হোৱা গৈ।

পদুমী—ভাল আইদেউ! ( দুয়ো যায়গৈ )

## চতুৰ্থ দৃশ্য—বৰফুকনৰ চ'ৰা

( লাঙ্গি অকলে ভাবি ভাবি )

লাঙ্গি—কি কথা! সি এতিয়াও উলটি নাহিল! সত্ৰাজিতে তাক ৰাখি থব কিয়? ইয়াক বিশ্বাস কৰা উচিত হ'লনে? বয়সত ল'ৰা যদিও তাৰ একেষাৰ কথাই মোৰ বুকু কঁপাই দিয়ে। তাৰ সেই উজ্জ্বল চকুকেটাৰ ফালে চাবলৈ মোৰ সাহ নহয়! যেন চকু নহয় বিজুলীহে! সেই অন্তৰ্ভেদী চকুকেটাৰে সি যেন মোৰ ভিতৰ গোটেইখন দেখে! নিশ্চয় ইয়াক মই আগেয়ে কৰবাত দেখিছিলোঁ। কোনোবাই ছদ্মবেশেৰে আহি মোক ছলিলেহি নেকি? কথাটো ভাল নহল। তাক বিচৰাই মানুহ এযোৰাকে পঠাই দিওঁ।

( চেপেতা সোমাই আহি প্ৰণাম কৰে )

অ, চেপেতা দেখোন! ক'ৰপৰা ওলালিহি? ইমান দিন দেখোন অহা নাছিলি?

চেপেতা—ভয়ত নাহিছিলোঁ দেউতা! ল'ৰাবোৰে কয় আকৌ আপোনাৰ গাত বোলে ভূত নে পিশাচ কিবা এটা আছে।

লাঙ্গি—কি ভূত-পিশাচ আছে অ'? ক'ৰ ল'ৰাবোৰে কয়?

চেপেতা—গৰখীয়া ল'ৰাবোৰে কয় দেউতা! সিহঁতে সেই শ্ৰীঘাটৰ ৰণৰ দিনা আপোনাক কান্ধত হিলৈ এটা লৈ হাবিয়ে হাবিয়ে যোৱা দেখিছিলে। সেই দিনাই আপোনাক দেখি সিহঁতে পিশাচ বুলি ভয় খালে।

লাঙ্গি—কি! মোক যোৱা দেখিছিলে? সিহঁতে আৰু কি দেখিলে, কি কৈছে?

চেপেতা—মোক আৰু একো কোৱা নাই। দদাইৰ আগত কিবা কৈছে যদি কব নোৱাৰোঁ।

লাঙ্গি—কোন দদায়েৰ সেইটো? তাক মাতি আনিব পাৰিবি?

চেপেতা—কোন দদাই তাকো কব নোৱাৰোঁ দেউতা! তেওঁ উজনিৰ মানুহ। এদিন অকস্মাৎ আমাৰ ওচৰলৈ আহি কলে বোলে মই তহঁতৰ দদায়েৰ। পাছে আজি দুদিনমান দদাইকো বিচাৰি পোৱা নাই, গৰখীয়া ল'ৰাহঁতকো বিচাৰি পোৱা নাই।

লাঙ্গি—তই এইবোৰ কি বলিয়ালি বকিছ? তোৰ ভায়েৰ চিকন কলৈ গ'ল কব পাৰ?

চেপেতা—পাৰোঁ দেউতা। সি আপানাৰ চিঠি লৈ পাণ্ডুলৈ গৈছিল নহয়? পাছে তাৰ বাটতে জ্বৰ উঠিল। মই লগ পাই তাক ঘৰত থৈ আহিলোঁ।

লাঙ্গি—অ,! পাছে চিঠিখন কি কৰিলি?

চেপেতা—চিঠি মই নি থানাদাৰক দিলোঁগৈ।

লাঙ্গি—তই দিলিগৈ? কিবা জবাব আনিছনে?

চেপেতা—আনিছোঁ দেউতা। এয়া।

(পত্ৰ দিয়ে)

লাঙ্গি—অ, চিঠিখন কালিহে দিলিগৈ? তহঁতে এইটো বৰ বেয়া কাম কৰিলি; আমাৰ আদেশ অমান্য কৰিলি। বাৰু যি কৰিলি কৰিলি। এতিয়া তই গৈ চিকন, গৰখীয়া লৰাহঁত আৰু তহঁতৰ দদায়েৰ নে কি সেইটোক তুৰন্তে আমাৰ ওচৰলৈ পঠাই দেগৈ।

চেপেতা—(মনতে) তেওঁবিলাক তোমাৰ ওচৰলৈ অহাটি হৈছে আৰু! গৰখীয়া ল'ৰাৰ মেলত পৰি তুমি মেৰপাক খাইছা বুলি গম

পোৱা নাই হবলা? এদিন গম পাবা। দদায়ে নিজে আহি চিনাকি দিবহি।

লাঙ্গি—হেৰ, তই কি ভাবিছ? নাযাৱ কিয়?

চেপেতা—যাওঁ দেউতা! দদাইহঁতক ক'ত বিচাৰি পাওঁ তাকে ভাবিছোঁ।

( প্ৰণাম কৰি যায়গৈ )

লাঙ্গি—এই ল'ৰাটোৱে কি কথাবোৰ কয়! গৰখীয়া ল'ৰাহঁতে সেই দিনৰ ঘটনা দেখিছে যদিতো সৰ্ব্বনাশ! ইহঁতৰ এই উজনীয়া দদায়েকটো কোন? ই কোনোবা চোৰাংচোৱা বা! ইহঁতক সোপাকে ধৰাই আনিব লাগিল। উঃ! যিমানেই ওপৰলৈ উধাইছোঁ সিমানেই দেখোন মনৰ শান্তি হেৰুৱাইছোঁ।

( আসনত বহে )

( দুৱৰী সোমাই আহি সেৱা কৰে )

দুৱৰী—দেউতা ঈশ্বৰ! নবাবৰ ত'ৰপৰা কটকী এজন আহি বৈ আছেহি।

লাঙ্গি—নবাবৰ কটকী? কি সংবাদ আনিছে কব পাৰনে?

দুৱৰী—শুনিছোঁ বোলে সন্ধিৰ প্ৰস্তাৱ আনিছে।

লাঙ্গী—বাৰু, আমাৰ কিছুমান চিপাহীয়ে তেওঁক আগবঢ়াই আনিবলৈ কৰি।

দুৱৰী—ভাল দেউতা ঈশ্বৰ।

( সেৱা কৰি যায়গৈ )

লাঙ্গি—সন্ধিৰ প্ৰস্তাৱ? মূৰ্খ নবাব! কাৰ ওচৰলৈ সন্ধিৰ প্ৰস্তাৱ পঠাইছ? হয় প্ৰতাপ সিংহ, নহয় তইঁত, যেই-সেই এক পক্ষ ৰণ কৰি কৰি ধ্বংস হ। তাৰ আগেয়ে সন্ধি হব নোৱাৰে।

( কিছুমান চিপাহীৰে সৈতে বিৰো কাজি সোমাই আহে )

বিৰো কাজি—আদাব ডাঙৰীয়া! দুনিয়াৰ মালিক দিল্লীশ্বৰৰ প্ৰতিনিধি

নবাবে সন্ধিৰ প্ৰস্তাৱ কৰি আমাক পঠাইছে। মহাৰাজ প্ৰতাপসিংহলৈ ইয়াতে অলপ উপহাৰ পঠাইছে।

( হীৰা-মুকুতা আদি উপহাৰৰ শৰাই এখন আগ বঢ়াই দিয়ে )

লাঙ্গি—( শৰাইখন ওচৰলৈ আনি চাই ) ভাল কথা। পাছে তুমি যে গুপ্তচৰ নোহোৱা তাৰ প্ৰমাণ কি? তোমাক বন্দী কৰি থোৱা নহব কিয়?

বিৰো কাজি—ইকি কথা! মই দূত, সন্ধিৰ প্ৰস্তাৱ আনিছোঁ। মোক বন্দী কৰিব কিয়? ই কোন দেশৰ দস্তুৰ? নবাবে মোক ৰজাৰ ওচৰলৈ পঠাইছে। ৰজাৰ ওচৰত মই জবাব দিম।

লাঙ্গি—বাৰু, ৰজাৰ ওচৰত পিচে জবাব দিবাগৈ। এতিয়া পোতাশালৰ ভাত খোৱাগৈ। ( চিপাহীহঁতক ) ই মুছলমানৰ চোৰাংচোৱা; তাক লৈ যা, পোতাশালৰ আন্ধাৰ কোঠালী এটাত বন্দী কৰি থবি।

( চিপাহীহঁতে বিৰো কাজিক বন্দী কৰে )

বিৰো কাজি—ইকি চয়তানী! মোক ৰজাৰ ওচৰলৈ পঠাই নিদিয়ে কিয়? তহঁতে এই অত্যাচাৰৰ প্ৰতিফল পাবি।

লাঙ্গি—লৈ যা। মুখেৰে মাত মাতিলেই চমতা লগাবি।

( চিপাহীহঁতে বিৰো কাজিক লৈ যায় )

লাঙ্গি—( শৰাইৰ হীৰা-মুকুতা আদি দাঙ্গি চাই ) কপালীৰ কপাল! ইয়াকেহে বোলে হবৰ দিনত কুকুৰেও মৈ টানে! উঃ! এইধাৰ অমূল্য ৰত্নহাৰ! মই ইয়াত থাকোতেই সি বান্দৰে আকৌ ৰজাক দিবলৈ নিয়ে! যাওঁ, সম্প্ৰতি কিছুদিন লুকুৱাই থওঁগৈ।

( শৰাইখন কাপোৰৰ ভিতৰত লুকুৱাই লৈ যায় )

## পঞ্চম দৃশ্য—কাজলীমুখত ৰজাৰ বাহৰ।

( প্ৰতাপসিংহ আৰু চিকনে কথা পাতি থাকে )

প্ৰতাপ—তই লাঙ্গিৰ বিৰুদ্ধে এইবিলাক কথা প্ৰমাণ কৰিব পাৰিবি ?

চিকন—পাৰিম স্বৰ্গদেও। লাঙ্গি ৰাজদ্ৰোহী বুলি হাতে হাতে প্ৰমাণ পাব। আন সকলো ঘটনা সি নিজে স্বীকাৰ[1] কৰিবলৈ বাধ্য হব।

প্ৰতাপ—চেংধৰাই সকলো ঘটনা জানিও ইমান দিনে আমাক জনোৱা নাছিল কিয় ?

চিকন—স্বৰ্গদেৱে বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ কথাকে বিশ্বাস নকৰিলে; তাৰ মুখৰ কথানো বিশ্বাস কৰিলেহেঁতেন নে ? এতিয়া স্বৰ্গদেৱে তাক ক্ষমা কৰিম বুলিলে সি আখেক গোহাঁইৰ বিষয়ে সকলো ঘটনা জনাব।

প্ৰতাপ—তাক কবি, ৰাজদ্ৰোহীহঁতক ধৰাই দিব পাৰিলে ক্ষমা কৰাৰ উপৰিও আমি তাক উপযুক্ত পুৰস্কাৰ দিম। পূৰ্ব্বে সি কছাৰীৰ চোৰাংচোৱা হৈ কছাৰী সেনাপতিৰ আদেশ মতে লাঙ্গিক হাতকৰি লোৱাৰ বাবে তাক দোষিব নোৱাৰি। তাকো আমাৰ লগতে যাবলৈ কবি।

চিকন—ভাল স্বৰ্গদেও!

প্ৰতাপ—এই পত্ৰ লাঙ্গিয়ে সত্ৰাজিতলৈ লিখা বুলি কেনেকৈ জানিম ? ইয়াততো তাৰ নাম নাই ?

চিকন—স্বৰ্গদেও! আচল চিঠিখন মই সত্ৰাজিতলৈ পঠাই দি এইখ নকল কৰি আনিছোঁ। এই চিঠিমতে সিহঁত দুটা উমানন্দত লগ খাব। আমি আগেয়ে তালৈ গৈ খাপ ললেই হাতে হাতে ধৰা পৰিব।

প্ৰতাপ—তোৰ কথা যদি মিছা হয় তেন্তে তাৰ পৰিণাম কি বুজিছনে?

চিকন—বুজিছোঁ, মৃত্যু! মই তাৰ নিমিত্তে প্ৰস্তুত হৈ আহিছোঁ।

প্ৰতাপ—কি, তই মৰিবলৈ প্ৰস্তুত হৈ আহিছ?

চিকন—নিশ্চয়। যিজন ৰজাই কোনো সোধ-পোচ নকৰাকৈ অনুগত প্ৰজাৰ প্ৰাণদণ্ডৰ আদেশ দিয়ে, তেনে ৰজাৰ ওচৰলৈ আহিলে মৰিবলৈ প্ৰস্তুত হৈ আহিব লাগিব।

প্ৰতাপ—অসীম সাহসী ল'ৰা। কালিৰ ল'ৰা হৈ প্ৰতাপসিংহৰ মুখৰ ওপৰত ইমান কথা কবলৈ অলপো শঙ্কা নকৰ?

চিকন—কালৈ ভয় কৰিম? ৰজাৰ ক্ষমতা সীমাবদ্ধ, ৰজাৰ প্ৰাণ কঠুৱা; তাত দয়া-মায়াৰ লেশ-মাত্ৰও নাই। যাৰ অসীম ক্ষমতা, আৰু লগে লগে যাৰ অসীম দয়া, মই একমাত্ৰ তেওঁলৈহে ভয় কৰো।

প্ৰতাপ—তই এটা সামান্য লগুৱানে? নিশ্চয় কোনোবা ছদ্মবেশী দেৱদূত, শিশুৰূপ ধৰি ৰজাক শিক্ষা দিবলৈ আহিলি! চাচোন, মোৰ দেহত সহস্ৰ অস্ত্ৰাঘাতৰ চিন! মোৰ শৰীৰৰ মাংস ভেদ কৰি কিমান গুলি পাৰ হৈ গ'ল। আজি তোৰ কথাই মোক যিমান বিন্ধিলে এইবিলাকেতো সিমান বিন্ধিব পৰা নাছিল! ক'চোন, আমাৰ অপৰাধৰ শাস্তি কি?

চিকন—স্বৰ্গদেও! অনুতাপেই অজ্ঞতাৰ অপৰাধৰ উপযুক্ত শাস্তি। হৈ যোৱা কথা আৰু ভাবিবৰ আৱশ্যক নাই। স্বৰ্গদেৱে এতিয়া ভবিষ্যতৰ নিমিত্তে প্ৰস্তুত হব লাগে। স্বৰ্গদেৱে অৱশ্যে জানিব পাৰিছে যে, লাঙ্গিৰ বাহিৰেও দেশদ্ৰোহী বহুত আছে। এনে অৱস্থাত মুছলমানৰ লগত সন্ধি কৰি দেশত শান্তি স্থাপন কৰিবলৈ চেষ্টা কৰাহে উচিত যেন দেখোঁ।

প্ৰতপ—বাৰু, এতিয়া আমি তোৰ পৰামৰ্শমতে কাম কৰিম। নবাবে

আগেয়ে সন্ধিৰ প্ৰস্তাৱ কৰিলে আমি সেই প্ৰস্তাৱত মান্তি হম। এতিয়া কচোন, তই এইবিলাক সংবাদ দি আমাৰ ৰাজ্য ৰক্ষা কৰিবলৈ চেষ্টা কৰাৰ বাবে তোক কি পুৰস্কাৰ লাগে?

চিকন—মোক একো নালাগে স্বৰ্গদেও! মোক পুৰস্কাৰ দি সন্তুষ্ট কৰা স্বৰ্গদেওৰ অসাধ্য।

প্ৰতাপ—কি! সৌমাৰৰ প্ৰতাপসিংহই তোক সন্তুষ্ট কৰিব নোৱাৰে?

চিকন—পাৰে যদি দিব স্বৰ্গদেও! মোক যি লাগে সময়ত কম।

প্ৰতাপ—বাৰু, আমাৰ মনত থাকিব। এতিয়া তই যাবলৈ ওলাগৈ। শ্ৰীঘাটৰ সেই গৰখীয়া লৰাহঁতকো লৈ যাব লাগে।

চিকন—ভাল স্বৰ্গদেও।

( প্ৰণাম কৰি যায়গৈ, প্ৰতাপসিংহ আনফালে ওলাই যায় )

## ষষ্ঠ দৃশ্য—নবাবৰ চ'ৰা।

( মিয়াচাহাবে নবাব কাচিম খাঁক মদ ঢালি দিয়ে। নাচনীহঁতে নাচে আৰু গায় )

গীত

সন্ধিয়া বেলিকা অ' মোৰ অতিথি!
কি সুৰে বজালি বীণ?
বিদায় পৰত আজি হিয়াৰ তেজ এটুপি
থৈ যা চেনেহৰ চিন।
অ' মোৰ অতিথি অই,
কাক চাই থাকিবি ৰই?
তেজেৰে ৰাঙলী সন্ধিয়া আকাশ ঐ
তয়ো হবি তাতে লীন।

আকাশত বিনালে নিয়তি চৰায়ে
কেতেকী বিনালে ৰই,
তোৰ কথা ভাবি মোৰো মন বিনালে
অলিয়া বলীয়া হই।

( আবদুল্লা সোমাই আহে )

আবদুল্লা—জাহাঁপনা! হাজোৰ পৰা এজন দূত আহি ৰৈ আছেহি।

নবাব—সি কি কবলৈ আহিছে? সেনাপতি আব্দুলচালামৰ তবিয়ৎ ঠিক আছে?

আবদুল্লা—ঠিক আছে জাহাঁপনা! দূতে যুদ্ধৰ খবৰ আনিছে।

নবাব—যুদ্ধৰ খবৰ আৰু কি আছে? চৈয়দ হাকিম আৰু চৈয়দ আবাকাৰে দহহাজাৰ ঘোঁৰাচোৱাৰ আৰু বিশহাজাৰ পদাতিক লৈ ডুনিয়া এৰি পলাই গ'ল। অসমীয়াই গুৱাহাটী আৰু পাণ্ডু কাঢ়ি ললে। তাৰ ওপৰে আৰু কি যুদ্ধৰ খবৰ?

মিয়াচাহাব—বস্! আৰু কি ৰে?

আবদুল্লা—মই কব নোৱাৰোঁ জাহাঁপনা! দূতে কৈছে বৰ জৰুৰী খবৰ আছে।

মিয়াচাব—তাক জাহান্নামে যাবলৈ কব নোৱাৰিলি?

নবাব—আচ্ছা, তাক পঠাই দেগৈ।

( আবদুল্লাই চেলাম কৰি যায়গৈ )

মিয়াচাহাব—জোনাব! অসমীয়াৰ লগততো সন্ধি হৈ গ'ল। আৰু কি যুদ্ধৰ খবৰ?

নবাব—সন্ধি হলনে নহল কব নোৱাৰোঁ মিয়াচাহাব! এই দূতে খবৰ দিব।

( দূত সোমাই আহি চেলাম দিয়ে )

নবাব—তোৰ কি কবলৈ আছে পটাপট্ ক, আৰু গুলাই যা।

দূত—হুজুৰ! মই সেনাপতি আব্দুচালামৰ তাৰপৰা আহিছোঁ।

নবাব—আৰে উল্লুক! সেইটোতো মই বুজিছোঁ। কিয় আহিলি সেইটো ক।

মিয়াচাহাব—বুজিছ? জোনাবে যিবোৰ কথা জানে আৰু বুজে সেইবোৰ নকৰি;—শ্ৰীঘাটৰ যুদ্ধৰ কথা নকৰি, সত্ৰাজিতৰ নিমখহাৰামীৰ কথাও নকবি।

নবাব—সত্ৰাজিৎ নিমখহাৰাম নহয় মিয়াচাহাব!

মিয়াচাহাব—পুৰা নিমখহাৰাম জোনাব। ভৰলীৰ যুদ্ধত সি যেতিয়া মোক অকলে এৰি পলাই গৈছিল মই তেতিয়াই তাক চিনি থৈছোঁ।

নবাব—নহয় মিয়াচাহাব। তাৰ কিবা মৎলব আছে। তুমি দেখিবা সি প্ৰতাপসিংহক ঠাণ্ডা পানী খুৱাইহে এৰিব।

মিয়াচাহাব—তাৰ ঠাণ্ডা পানীলৈ প্ৰতাপসিংহই ভয় নকৰে জোনাব! আমাৰ মানুহে হলে অসমীয়াৰ গৰম পানীলৈ বৰ ভয় কৰে। এইবাৰ ৰণত সিহঁতে আমাৰ মানুহৰ মুৰত গৰম পানী ঢালি দিয়া কথা জোনাবে শুনিছে নহয়?

নবাব—শুনিছোঁ মিয়াচাহাব! সিহঁত মানুহ নহয় চয়তান! আচ্ছা ক, তোৰ কি কবলৈ আছে?

দূত—হুজুৰ! বিবো কাজিক যে সন্ধিৰ প্ৰস্তাৱ দি প্ৰতাপ সিংহৰ ওচৰলৈ পঠোৱা হৈছিল, তেওঁ আৰু উলটি নাহিল।

নবাব—কি হ'ল? তাক কোতল কৰিলে?

দূত—কোনো খবৰ নাই জনাব! তেওঁৰ লগৰ মানুহো কোনো উলটি নাহিল।

নবাব—সেনাপতিক কবি, ফেৰ্ মানুহ পঠাব।

মিয়াচাহাব—ফেৰ্ মানুহ পঠালে যদি ফেৰ্ উলটি নাহে? মইতো আগেয়ে কৈছোঁ, এইখন চয়তানৰ দেশ। তালৈ মানুহ গলে আৰু উলটি নাহে দেখা যায়।

নবাব—বাৰু, এইবাৰ উলটি নাহিলে দেখা যাব, তই যা।

( দূতে চেলাম দি ওলায় যায় )

মিয়াচাহাব—এই নাচ্।

( নাচনীহঁতে গীত গাই নাচে। মিয়াচাহাবে নবাবক মদ ঢালি দিয়ে )

( আবদুল্লা পুনৰ সোমাই আহে )

নবাব—তই ফেৰ্ জুলুম কৰিবলৈ আহিলি?

মিয়াচাহাব—ফেৰ্ জাহাঁপনা!

আবদুল্লা—জাহাঁপনা! দিল্লীৰপৰা সেনাপতি মহব্বৎ খাঁ আহিছে।

নবাব—কি? মহব্বৎ খাঁ আহিছে! এই, তহঁত যা। মিয়াচাহাব, এইবোৰ লৈ যোৱা।

( আবদুল্লা আৰু নাচনীহঁত যায়গৈ। মিয়াচাহাবে মদৰ বোটল আদি গোটাওঁতে পলম কৰে )

নবাব—যোৱা মিয়াচাহাব!

মিয়াচাহাব—যাওঁ জোনাব।

( মিয়াচাহাবে খৰ্-ধৰ্ কৰে। মহব্বৎ খাঁ আৰু দুটামান চিপাহী সোমাই আহে )

মহব্বৎ খাঁ—মাফ কৰিব নবাব চাহেব! অসময়ত আহি আপোনাৰ আমোদত বাধা দিবলৈ বাধ্য হলো। যুদ্ধৰ খবৰ কি কব পাৰেনে?

মিয়াচাহাব—সন্ধি হৈ গ'ল হুজুৰ! জোনাবে পাই অলপ আমোদ কৰিছিলে।

মহব্বৎ খাঁ—চুপ্‌ ৰও বেআদব!

( মিয়াচাহাবে মদৰ বোটল আদি লৈ মহব্বৎ খাঁক চেলাম কৰি গুচি যায় )

নবাব—আহক খাঁ চাহেব! বহক।

মহব্বৎ খাঁ—বহিবৰ সময় নাই নবাব চাহেব। বাদচাহে আপোনাক দিল্লীলৈ নিমন্ত্ৰণ কৰিবলৈ মোক পঠাই দিছে। বাদচাহে বুজিব পাৰিছে যে, ইয়াত যুদ্ধ-বিগ্ৰহে আপোনাৰ আমোদ-প্ৰমোদত ব্যাঘাত জন্মাইছে।

নবাব—আপোনাৰ কথা বুজিব নোৱাৰিলোঁ খাঁ চাহেব!

মহব্বৎ খাঁ—বুজিবলৈ আৰু বিশেষ একো নাই। এতিয়া আপোনাৰ নবাবী তৰবান্ ইয়াতে খুলি থৈ মোৰ লগত আহিব লাগে।

নবাব—কাৰ আদেশ?

মহব্বৎ খাঁ—জাহাঙ্গীৰ সম্ৰাটৰ আদেশ। এই পৰওৱানা চাওক।

( পৰওৱানা দেখুৱায় )

নবাব—( পঢ়ি চাই তলমূৰকৈ নিমাত )

মহব্বৎ খাঁ—ওঃ! আপুনি বৰ গৰম হৈ আছে। নিজে আহিব নোৱাৰিব কিজানি। ( চিপাহীহঁতক ) এই, নবাবৰ মূৰ গৰম হৈছে। তৰবান্ খুলি দে আৰু তহঁতে ধৰি আন। নহলে পৰি যাব পাৰে।

নবাব—( তৰবান্ খুলি থৈ ) আহক, মই নিজে যাম।

মহব্বৎ খাঁ—কাছিম! বুজিব পৰিছানে তুমি? তোমাৰ অৱহেলাতে সম্ৰাটৰ আজি ক্ষুদ্ৰ অসমীয়াৰ হাতত ইমান অপমান।

নবাব—সঁচা কথা কবলৈ হলে সেইটো আপোনৰ ভুল ধাৰণা খাঁ চাহেব! আপুনি নিজে ৰণলৈ গলে বুজিব, স্বাধীন অসমীয়া জাতি ৰাজপুত পাঠানতকৈ কোনো গুণে হীন নহয়!

মহব্বৎ খাঁ—বাৰু, তুমি বাদচাহৰ ওচৰত জবাব দিবা। এতিয়া আহাঁ।

( সকলো যায়গৈ। চিপাহীহঁতে আসনাদি লৈ যায়। )

## সপ্তম দৃশ্য—উমানন্দ পাহাৰ আৰু দ'ল

( প্ৰতাপসিংহ, চিকন, চেংধৰা, চাওদাং বৰুৱা আৰু চাওদাংহঁত সোমাই আহে )

প্ৰতাপ—সিহঁত এতিয়াও অহা নাই। চেংধৰা! সেই গৰখীয়া লৰাহঁত আহিছেনে?

চেংধৰা—আহিছে স্বৰ্গদেও! সিহঁতক সৌ হাবিতে লুকুৱাই থৈ আহিছোঁ।

প্ৰতাপ—চাওদাং বৰুৱা! সত্ৰাজিতৰ ল'ৰা-তিৰোতা অহাৰ সংবাদ পাইছানে?

চাঃ বৰুৱা—পাইছোঁ স্বৰ্গদেও! কাজলীমুখৰপৰা স্বৰ্গদেওৰ আদেশ মতে নাৱেৰে ভটিয়াই আহিব লাগিছে। অলপতে পাবহি।

প্ৰতাপ—তেওঁবিলাক পোনে পোনে উমানন্দলৈ আহিব নালাগে; নিলগতে বাহৰ কৰি থাকিবলৈ দিহা কৰি দিয়াগৈ। সত্ৰাজিৎ ধৰা পৰাৰ সংবাদ পালেই তেওঁৰ ল'ৰা-তিৰোতা লৈ আহিবা। চাওদাংহঁতক লুকাই থাকিবলৈ দিয়া।

চাঃ বৰুৱা—ভাল স্বৰ্গদেও! তহঁত আহ।

( চাওদাংহঁতক লৈ যায়গৈ )

প্ৰতাপ—আহ চিকন! আমি এই দ'লতে লুকাই সিহঁতলৈ বাট চাওঁ।

( প্ৰতাপসিংহ, চিকন আৰু চেংধৰা দ'লৰ ভিতৰ সোমায় )

( গীত গাই উমানন্দবাসিনী সন্ন্যাসিনীসকল সোমাই আহে )

সন্ন্যাসিনীসকল—( গীত—কীৰ্ত্তন )

ধন, প্ৰাণ, মন সপিলোঁ তোমাতে,
তোমাকে কৰিছোঁ সাৰ,
আমি ভজন-পূজন নাজানো হৰি।
তুমি গোলোকবিহাৰী নৰৰূপ ধৰি,
হৰিলা ভূমিৰ ভাৰ,
আমি ভজন-পূজন নাজানো হৰি।
শয়নে-সপোনে তোমা অন্ত প্ৰাণ,—
ৰাখিবা চৰণ পাশে।
তুমি শিশু-লীলা কৰি তুষিলা শ্ৰীহৰি
পৰাণ যশোদা মাৰ;
তুমি ভুবনমোহন বংশীধাৰী।
তুমি গোপিনীমোহন গোপিনীজীৱন
গোপিনী গলৰ হাৰ;
তুমি ভুবনমোহন বংশীধাৰী।
( তুমি ) বৃন্দাবনে ভ্ৰমি গোপীকান্ত নাম
লভিলা গোপিনী পাশে।

( গীত গাই গাই সকলো যায়গৈ )

( কথা পাতি লাঙ্গি আৰু সত্ৰাজিৎ সোমাই আহে )

লাঙ্গি—এই ঠাইখন নিৰ্জ্জন, কিন্তু তথাপি মোৰ মনৰ আশঙ্কা গুচা নাই।

সত্ৰাজিৎ—ইয়াত আশঙ্কাৰ কোনো কাৰণ নাই। মোক তেনেহলে এতিয়া বিদায় দিয়ক বন্ধু!

লাঙ্গি—ভাল, আপুনি মোৰ উদ্দেশ্য ভালকৈ বুজিছে নহয়? এইফালে সকলো দিহা হলেই আপোনাক সংবাদ দিম। আপুনি আপোনাৰ হিন্দুস্থানী সৈন্য লৈ আগবাঢ়ি আহিব।

সত্ৰাজিৎ—সেইটো মোৰ মনত আছে। এতিয়া এই ৰণখন আৰু কিছুদিন চলাব পাৰিলেই সুবিধা হয়।

লাঙ্গি—ৰণ আৰু নচলিব হবলা। নবাবৰ সন্ধিৰ প্ৰস্তাৱত প্ৰতাপসিংহ মান্তি হব যেন হে পাইছোঁ। নবাবৰ কটকীক বন্দী কৰি থৈছোঁ, যদিও পুনৰ ৰজাৰ ওচৰলৈ কটকী পঠাব পাৰে।

সত্ৰাজিৎ—তেনেহলে প্ৰতাপসিংহই পুনৰ বল বান্ধিবলৈ নৌ পাওঁতেই হেঁচা মাৰি ধৰিব লাগিব।

লাঙ্গি—মই তাৰ চেষ্টাত আছোঁ। ৰজা গড়গাওঁলৈ উলটি গলেই কলিয়াবৰৰ পৰা ভাটীছোৱা দেশ সম্পূৰ্ণ হাত কৰি লম। এতিয়া আপুনি আপোনাৰ দেশত কিছুমান সৈন্য গোটাব পাৰিলেই কাৰ্য্য সহজ হব।

সত্ৰাজিৎ—মই কি কৰিব পাৰো আপোনাক সংবাদ দিম। পিছে এতিয়া মোক এৰি দিয়াৰ বাবে আৰু নবাবৰ কটকীক ৰজাৰ বিনা অনুমতিত বন্দী কৰি থোৱাৰ বাবে ৰজাক কি জবাব দিব?

লাঙ্গি—আছে মোৰ জবাব। ৰজা-মন্ত্ৰী সোপাকে কাণত ধৰি কেনেকৈ ঘূৰাই লৈ ফুৰিছোঁ আপুনি দেখা নাই জানো?

সত্ৰাজিৎ—মই তেনেহলে এতিয়া আহোহে বন্ধু! আকৌ কেতিয়া লগ পাওঁ ঠিক নাই। আহক এবাৰ আলিঙ্গন কৰোঁ।

( দুয়ো সাৰটা-সাৰটি কৰোতে প্ৰতাপসিংহ, চেংধৰা আৰু চিকন সোমাই আহে )

প্ৰতাপ—বন্দী কৰ পিশাচহঁতক!

( চেংধৰাই দুজনৰ দুহাতত ধৰে, লাঙ্গি আৰু সত্ৰাজিৎ ভয়ত বিচুৰ্ত্তি হয় )

প্ৰতাপ—( তৰোৱাল লৈ আগত থিয় হৈ ) সাৱধান! লৰচৰ কৰিলেই মৰিবি! কোন আছ?

( চাৰিউফালৰপৰা চাওদাংহঁত সোমাই আহি দুয়োকো বান্ধি পেলায় )

লাঙ্গি—( ভয়তে কঁপি কঁপি ) স্বৰ্গদেও! মই বৰ ফুকন, মোক বান্ধিছে!

প্ৰতাপ—বিশ্বাসঘাতক! তোৰ পাপৰ ভাৰ পৃথিবীৰ অসহ্য হৈছে। আজি তোৰ বিচাৰৰ দিন। চেংধৰা! আগলৈ আহ।

( চেংধৰাই লাঙ্গিৰ আগত থিয় হয়। লাঙ্গিয়ে আচৰিত ভাবে তেওঁৰ মুখলৈ চায় )

প্ৰতাপ—তই ইয়াক চিনি পাৱনে?

লাঙ্গি—নাপাওঁ স্বৰ্গদেও!

চেংধৰা—নাপাবিতো এতিয়া! দুহেজাৰ সোণৰ মোহৰে, সকলো কথা তল পেলালে।

লাঙ্গি—ক'ৰ সোণৰ মোহৰ অ'? এইটো বলিয়ানে কি?

চেংধৰা—স্বৰ্গদেও! ই বৰ ধূৰ্ত্ত। চমতা নলগালে কোনো কথা স্বীকাৰ নকৰে।

প্ৰতাপ—চাওদাং! তাক সৈ কাঢ়া।

চাওদাং—( চমতাৰে কোবাই ) সৈ কাঢ়।

লাঙ্গি—আই ঔ! নামাৰিবি ঔ! মই সঁচা কথা কম।

প্ৰতাপ—ৰবি। ক তেন্তে, ই আখেক গোহাঁইৰ বিষয়ে আমাৰ আগত যিবোৰ কথা কৈছে সেইবোৰ সঁচানে ?

লাঙ্গি—সঁচা স্বৰ্গদেও। সি মোক ভেঁটী খুৱাইছিলোঁ।

প্ৰতাপ—চেংধৰা, যাচোন সেই গৰখীয়া ল'ৰা কেইটাক লৈ আহগৈ।

চেংধৰা—ভাল স্বৰ্গদেও।

প্ৰতাপ—তয়ে তেনেহলে আমাৰ ৰহাৰ গড় ধ্বংস কৰিলি ?

লাঙ্গি—মই নহয় স্বৰ্গদেওঁ! কছাৰীয়ে।

প্ৰতাপ—সৈ নাকাঢ় ? চাওদাং!

( চাওদাং আগ বাঢ়ে )

লাঙ্গি—হয় স্বৰ্গদেও! মই কছাৰীক সহায় কৰিছিলোঁ।

প্ৰতাপ—তাৰ পিছত আমি ৰূপহীৰ ওপৰত অত্যাচাৰ কৰিছিলোঁ বুলি তই আখেক গোহাঁইক কোৱা হয়নে নহয় ?

লাঙ্গি—হয় স্বৰ্গদেও! মানুহৰ মুখে কিবাকিবি শুনি মই তেওঁক কৈছিলোঁ গৈ। কিন্তু মই তেওঁক মুছলমানৰ লগ লবলৈ কোৱা নাই।

প্ৰতাপ—তই নৰৰূপী দানব! তোৰ অসাধ্য পাপ কাম একো নাই।

( চাওদাং বৰুৱাৰ লগত কমলা আৰু তেওঁৰ পুতেক সোমাই আহি ৰজাক সেৱা কৰে )

প্ৰতাপ—তই এই চিঠিৰে সত্ৰাজিতক সাৱধান কৰি দিয়া হয়নে নহয় ? সত্ৰাজিৎ বিশ্বাসঘাতক হয়নে নহয় ?

লাঙ্গি—হয় স্বৰ্গদেও! চিকন! তয়ে মোক খালি বোপাই! কত্তেঁ

থাকি বুকুতে কামোৰ মাৰিলি! ভাল তোক মই গাখীৰ খুৱাই সাপ পুহিছিলোঁ।

প্ৰতাপ—সত্ৰাজিৎ! তোৰ কাৰ্য্যৰ বাবে 'তোৰ লৰা-তিৰোতা আমাৰ 'ওচৰত জামিন আছে, মনত আছেনে?

সত্ৰাজিৎ—আছে স্বৰ্গদেও!

প্ৰতাপ– তেনেহলে কি সাহেৰে তই আমাৰ বিৰুদ্ধাচৰণ কৰিছিলি?

সত্ৰাজিৎ—এইবাৰলৈ মোক ক্ষমা কৰক স্বৰ্গদেও! আৰু কেতিয়াও এনে কাম নকৰোঁ।

প্ৰতাপ—ক্ষমা? অসম্ভৱ! তোৰ ক্ষমা নাই। তই আৰু তোৰ পুতেৰ দুয়োটাকে কামাখ্যাত বলি দিয়া যাব।

কমলা—( ৰজাৰ আগত আঁঠু লৈ ) স্বৰ্গদেও! মোৰ এটা প্ৰাৰ্থনা শুনক।

প্ৰতাপ—অসম্ভৱ অনুৰোধ নকৰিবা ৰাণী! কৰিলে নিস্ফল হব।

কমলা—স্বৰ্গদেও! মোৰ প্ৰাণ লৈ,—

প্ৰতাপ—ক্ষান্ত হোৱা। তোমাৰ চকু-পানীয়ে ৰজাৰ শাসন অন্যথা কৰিব নোৱাৰে। চাওদাং—ইহঁতক লৈ যা।

( চাওদাঙ্গে সত্ৰাজিতৰ পুতেকক নিবলৈ ধৰে )

কমলা—( পুতেকক সাৱটি ধৰি ) গুচ্ পিশাচ! মোৰ পোনাটোক খাবলৈ আহিছ?

চিকন—( ৰজাৰ আগত আঁঠু লৈ ) স্বৰ্গদেৱে বন্দীক পুৰষ্কাৰ দি, সন্তুষ্ট কৰিম বুলিছিলে!

প্ৰতাপ—সেইটো আমাৰ মনত আছে। তই পিছেও কব পাৰিলিহেঁতেন!

চিকন—মোৰ এতিয়াই কবৰ সময় হৈছে স্বৰ্গদেও! স্বৰ্গদেৱে এই অভাগিনীক স্বামী-পুত্ৰ দান কৰক।

প্ৰতাপ—তই এটা অন্যায় অনুৰোধ কৰিলি! বাৰু, আমাৰ প্ৰতিজ্ঞা ৰক্ষা কৰি তোৰ সন্তোষৰ কাৰণে ৰাণীৰ পুতেকক এৰি দিম। সত্ৰাজিতক আমি ক্ষমা কৰিব নোৱাৰো, কৰিলে আমাৰ শাসন দণ্ড কলঙ্কিত হব।

চিকন—মই যি বিচাৰোঁ স্বৰ্গদেৱে মোক তাকে দি সন্তুষ্ট কৰিম বুলি কোৱা আছিল।

প্ৰতাপ—তই তেতিয়া সত্ৰাজিতৰ প্ৰাণভিক্ষা কৰিবি বুলিতো ভবা নাছিলি। তই এদিন আমাক কৈছিলি যে আমি তোৰ সৰ্ব্বস্ব কাঢ়ি ললোঁ। কি বস্তু কাঢ়ি ললোঁ ক, ৰাজদ্ৰোহীক ক্ষমা কৰাতকৈ আমি তোক সেই বস্তুকেই ওলটাই দি সন্তুষ্ট কৰিম।

চিকন—সেইটো স্বৰ্গদেওৰ অসাধ্য। ভাবি চাওক স্বৰ্গদেও! এতিয়া স্বৰ্গদেৱে এই ৰাণীৰ যথাসৰ্ব্বস্ব কাঢ়ি নিবলৈ ওলাইছে। কেতিয়াবা পুনৰ ওলটাই দিওঁ বুলিলে পাৰিব জানো?

প্ৰতাপ—বুজিছোঁ! তোৰ কোনোবা আপোন মানুহ ৰাজদণ্ডত প্ৰাণ এৰিছে! কোন তই? সঁচা কথা ক।

( কুৱঁৰী মঙ্গলময়ী আৰু পদুমী সোমাই আছে )

কুৱঁৰী—এতিয়াও চিনিব নোৱাৰিলে স্বৰ্গদেও! অলপ অপেক্ষা কৰক, মই চিনাই দিম।

প্ৰতাপ—ই কি! কুৱঁৰী তুমি?

কুৱঁৰী—হয় স্বৰ্গদেও! আমিও এইবিলাক ধেমালি চাবলৈ আহিলোঁ। চিকন! মোৰ লগত আহাঁচোন।

( চিকনক হাতত ধৰি কুৱঁৰী আৰু পদুমী যায়গৈ )

প্ৰতাপ—চাওদাং বৰুৱা, কুৱঁৰী অহা কথাতো আমি জনা নাছিলোঁ?

চাঃ বৰুৱা—ৰাণীৰ লগতে আছিলে স্বৰ্গদেও। ময়ো আগতে জনা নাছিলোঁ।

প্ৰতাপ—চিকন কোন ?

চাঃ বৰুৱা—কব নোৱাৰোঁ স্বৰ্গদেও !

( চেংধৰাৰ লগত গৰখীয়া লৰা তিনিটা সোমাই আহি ৰজাক সেৱা কৰে )

প্ৰতাপ—লৰাহঁত ! এই ফাললৈ আহচোন।

( লৰাহঁত লাঙ্গিৰ আগত থিয় হয়। লাঙ্গিয়ে চেপেতাৰ মুখলৈ চায় ; চেপেতাই হাঁহে )

প্ৰতাপ—( লাঙ্গিক ) বুঢ়াগোহাঁই ডাঙ্গৰীয়া কেনেকৈ মৰিল ক।

লাঙ্গি—ৰণত পৰিল স্বৰ্গদেও !

১ম গৰখীয়া—ইঃ ! ৰণত পৰিল ! তুমি গুলিয়াই মৰা নাই ? আমি দেখা নাই ?

লাঙ্গি—কি ? মই গুলিয়াই মাৰিলোঁ !

১ম গঃ—তুমি মাৰিলা তোন।

লাঙ্গি—কটা ! ফুকলীয়া ল'ৰাই স্বৰ্গদেওৰ আগতে ইমান মিছা কথা কৱনে ?

১ম গঃ—ইঃ ! মিছা কথা ? মই দেখা নাই হবলা ?

২য় গঃ—ময়ো দেখিছিলোঁ।

৩য় গঃ—ময়ো দেখিছিলোঁ।

প্ৰতাপ—তই তেনেহলে সৈ নলৱ ? চাওদাং ! সৈ ফঢ়া।

লাঙ্গি—মই সঁচা কথা কম স্বৰ্গদেও ! ডাঙ্গৰীয়াক বন্দীয়ে মাৰো বুলি মৰা নাই। মোৰ হিলৈৰ পৰা গুলিটো কেনেবাকৈ উফৰি গৈ ডাঙ্গৰীয়াৰ গাত লাগিল হবলা।

১ম গঃ—ইঃ! কেনেবাকৈ উফৰি গ'ল! তুমি ডাঙৰীয়াৰ ফাললৈ টোৱাই তিঙ্গিৰি মাৰি জুই লগাই দিয়া নাই? আমি তোমাৰ ওচৰতে সেই বৰগছ জোপাৰ আঁৰতে লুকাই আটাইবোৰ দেখি আছিলোঁ।

লাঙ্গি—চেপেতা, তই কিয় মিছা কথাবোৰ কলিহি? কচোন অ' বোপাই। সঁচা কথা ক।

চেপেতা—মিছা কথানো কোনটো আৰু? ই কোৱা কথা আটাইবোৰ সঁচা। চিকন আৰু চেংখৰা দদাইৰ লগত কথা-বতৰা হৈ ময়ে তোমাৰ চিঠিখন থানাদাৰক নি দিলোঁগৈ, চিকনে তাৰে এটা নকল লৈ গ'ল। এতিয়া আমাৰ দদাইক চিনিছা হবলা?

প্ৰতাপ—তই লাঙ্গিক আগৰেপৰা চিনি পাৱ হবলা?

চেপেতা—পাওঁ স্বৰ্গদেও। তেওঁবিলাকৰ চিঠি-পত্ৰ ময়ে সদায় অনা-নিয়া কৰিছিলোঁ। পিছত উজনিৰ পৰা চিকন আহি আমাৰ লগ লোৱাতহে এওঁৰ সকলো কাহিনী গম ধৰিবলৈ চেষ্টা কৰিছিলোঁ; চিকনে আমাক শিকাইছিলে।

প্ৰতাপ—আৰু কিবা গম পাৱনে?

চেপেতা—হৈছে স্বৰ্গদেও। নবাবে স্বৰ্গদেওলৈ হীৰা-মুকুতা উপহাৰ দি এজন কটকী পঠাইছিল। এওঁ হীৰা-মুকুতা সোপাকে গ্ৰাস কৰি কটকীক বন্দী কৰি থৈছেনে মাৰিয়েই পেলালে কব নোৱাৰোঁ।

প্ৰতাপ—চাওদাং বৰুৱা! এই লৰাইতক লগত লৈ তুমি তুৰন্তে গুৱাহাটীলৈ গৈ কটকীক মুক্ত কৰি সম্মানেৰে সৈতে চ'ৰাত বহুৱাবা। আমি গৈ তেওঁৰ লগত কথা হমগৈ। হীৰা-মুকুতাখিনি এই ল'ৰা তিনিটাক বিলাই দিবা।

চাঃ বৰুৱা—ভাল স্বৰ্গদেও!

( ৰজাক সেৱা কৰি চাওদাং বৰুৱা আৰু গৰখীয়া লৰা
তিনিটা যায়গৈ )

প্ৰতাপ—( লাঙ্গিক ) তোৰ ইমান চক্ৰান্ত ? তই এই বিশ্বাসঘাতক
সত্ৰাজিতৰ লগ লাগিবলৈ পালি কেনেকৈ ?

লাঙ্গি—সিও মোক ভেঁটী খুৱাই হাত কৰি ললে স্বৰ্গদেও। ইহঁত
আটায়ে মিলি মোৰ সৰ্ব্বনাশ কৰিলে।

( কুৱঁৰীৰ লগত হাত ধৰাধৰিকৈ তিৰোতাৰ বেশেৰে
ৰূপহী সোমাই আহে )

প্ৰতাপ—কোন এওঁ ?

কুৱঁৰী—চিনিব নোৱাৰিলে স্বৰ্গদেও ? চিকন তেওঁ।

প্ৰতাপ—ছদ্মবেশিনী নাৰী ! কোন এওঁ ?

লাঙ্গি—( ৰূপহীৰ ফালে থৰ লাগি চাই ) ৰূপহী ! উস্ ! উস্ !!
এতিয়াহে বুজিলোঁ ! তয়ে মোক ছলিলিহি !

কুৱঁৰী—চিনিছ ? চিনি থ পিশাচ ! এই জনমত ইমানেই। পৰজন্মতো
ৰূপহীয়ে তোৰ পাছ নেৰে। জনমে জনমে সতীয়ে পতিহন্তাৰ
ওপৰত প্ৰতিশোধ লব। মৰিও তোৰ নিস্তাৰ নাই।

প্ৰতাপ—( মনতে ) ধন্য শক্তিময়ী নাৰী !
হতবুদ্ধি আজি সোমাৰৰ ৰাজশক্তি
তোমাৰ কাষত ! ( ফুটাই ) গোহাঁই-গাভৰু !
যদিওবা অজ্ঞানত, পতিহন্তা ময়েই তোমাৰ—
শক্তিময়ী তুমি ! মোৰ ওপৰত লোৱা নাই
প্ৰতিশোধ কিয় ? ইচ্ছা যদি কৰা তুমি,
নোৱাৰানে প্ৰতিশোধ লব ?

ৰূপহী—স্বৰ্গদেও ! যথাশক্তি উপকাৰ কৰি

ললোঁ মই যোগ্য প্ৰতিশোধ! নোৱাৰিব
পাহৰিব আৰু।

প্ৰতাপ—সঁচা কথা! নাপাহৰোঁ
জীৱনত আমি। ক্ষমা কৰা তেন্তে।
যাবানে উলটি তুমি জন্মভূমিলই?
ৰাজলক্ষীৰূপে থাপিম তোমাক আমি।

ৰূপহী—স্বৰ্গদেও! নাই মোৰ আক্ৰোশ মনত।
কিন্তু প্ৰভো! শ্মশানৰ তুল্য মোৰ
জন্মভূমিলৈ নোৱাৰিম উলটিব আৰু।
পতিহীনা চিৰ অভাগিনী। দিয়ে যদি
কমলাক পতিপুত্ৰ দান, পাম মই
যোগ্য পুৰস্কাৰ।

কুৱঁৰী—স্বৰ্গদেও! প্ৰাণৰ সলনি
বিচাৰিছে প্ৰাণ-দান। সেয়ে তেওঁৰ
যোগ্য পুৰস্কাৰ।

প্ৰতাপ—তাকে লৈ তুষ্ট হোৱা তেন্তে।
ৰাণী! লৈ যোৱা স্বামীক তোমাৰ;
নিদিবা পশিব আৰু আমাৰ ৰাজ্যত।

(চাওদাঙ্গে সত্ৰাজিতক এৰি দিয়ে)

কমলা—(পুতেকক সাৱটি লৈ)
(ৰূপহীক) দয়াময়ী! আহো তেনে মই।
যোৱা যদি মোৰ ৰাজ্যলই, দেবীৰূপে
পূজিম তোমাক।

কুৱঁৰী—যোৱা ৰাণী! নেৰো আমি ৰূপহীক।

ৰাজলক্ষ্মী ৰাজ্য এৰি যাবনে আঁতৰি?
নোৱাৰে সি কথা হব।

কমলা—মহাৰাণী! আহো তেন্তে মই।

( সত্ৰাজিৎ আৰু কমলাই ৰজাক সেৱা কৰি
পুতেকক লৈ যায় )

কুঁৱৰী—( ৰূপহীক ) নোৱাৰা আঁতৰি যাব। হোৱা
নাই কাৰ্য্য অৱসান। স্বদেশৰ শত শত
দীন-দৰিদ্ৰৰ একমাত্ৰ তুমিয়ে জননী।
সকলোকে মাতৃহীনা কৰি, যাবানে
আঁতৰি তুমি? চোৱা সৌ উমানন্দ
উচ্চ পাহাৰত তপস্বীৰ পৱিত্ৰ আশ্ৰম।
নোযোৱা উলটি যদি জন্মভূমিলই,
অধিস্থাত্ৰী দেবীৰূপে সেই আশ্ৰমত
বিৰাজিবা চিৰকাল। তাতে এটি
মন্দিৰ সজাই থাপিম তোমাক আমি।
যাবানে ভনীটি তুমি?

ৰূপহী—যাম বাইদেউ!

কুঁৱৰী—আহাঁ তেন্তে।

ৰূপহী—স্বৰ্গদেও! আহো তেন্তে মই।

( ৰজাক সেৱা কৰি কুঁৱৰীৰ লগত যায়গৈ )

প্ৰতাপ—নৰপ্ৰেত! বুজিছনে পৰিণাম তোৰ?
উপযুক্ত শাস্তি তোৰ, অনাহাৰে প্ৰাণদণ্ড।
থাকে মানে পাপ প্ৰাণ তোৰ, সুঁৱৰিবি
পৈশাচিক লীলা-খেলা নিতে। চাওদাং!

কুকুৰৰ তপত তেজেৰে গুচাবি
পিয়াহ তাৰ। আহাৰ বিচাৰে যদি
কুকুৰৰ কেঁচা মাংস যাচি দিবি
আনি। আন খাদ্য নিদিবি একোকে ;
থগৈ বন্দী কৰি তাক।

( ৰজা যায়গৈ )

১ম চাওদাং—ব'ল—ল তাক।

২য় চাওদাং—বলা, অ' দেও! এতিয়া ভাবিলে কি হব? আহ, আহ।

( টানি নিয়ে )

লাঙ্গি—উঃ! উঃ!! মোৰ পাপৰ পৰিণাম! চোৰাংচোৰা হৈ ভাত এমুঠি সুখেৰে খাবলৈ পাইছিলোঁ!

১ম চাওদাং—ইঃ! এতিয়া গিয়ান পালে! মাৰ অ' কুকুৰক।

২য় চাওদাং—মাৰ, লগা চমতা!

( চমতাৰে কোবাই লৈ যায় )